# তৰঙ্গিনীৰ তীৰত



"অয়ং নিজ পৰো বেতি গণনা লঘুচেতসাম
উদাৰ চৰিতানাং তুহি বসুধৈব কুটুম্বকম ॥"

"এওঁ আপোন এওঁ পৰ এই বিলাক ক্ষুদ্ৰমনৰ মানুহৰহে
কথা, উদাৰমনা লোকৰ মনত পৃথিবীৰ সকলোৱেই আপোন"

শ্ৰীজীৱন চন্দ্ৰ গোস্বামী

ৰূপম প্ৰকাশন
নতুন শৰণীয়া : গুৱাহাটী—৩

*TARANGINIR TIRAT A Social novel written by Sri Jibon Chandra Goswami, and published by Srimoti Santi Priya Goswami, for "Rupam Prakesan" New Sarania Guwahati—3*

*Price Rs.—30·00*

---

প্ৰকাশক :

শ্ৰীমতী শান্তি প্ৰিয়া গোস্বামী

ৰূপম প্ৰকাশন

নতুন শৰণীয়া।

গুৱাহাটী—৩

প্ৰথম প্ৰকাশ :

১৯৯৪-১ জানুৱাৰী

বেটুপাতৰ ছবি : তুলিকা হাজৰিকা

ছপা : উদয়ন প্ৰিণ্টাৰ্চ

গুৱাহাটী - ৭৮১০০৩

মূল্য : ৩০·০০ টকা মাত্ৰ।

## ॥ শ্ৰদ্ধাৰ্ঘ ॥

যিজন শিক্ষা গুৰুৱে বাল্য কালতেই অ, আ, ক, খ শিকাই তেতিয়াৰ যোৰহাট মহকুমাৰ (এতিয়া জিলা) ভিতৰতে প্ৰথমস্থান লাভ কৰি বৃত্তি লাভ কৰিবলৈ মোক সক্ষম কৰি তুলিছিল, আৰু যিজন শিক্ষা গুৰুৱে শিশু মনৰ উপযোগী সৰু সৰু গল্পৰ চলেৰে আমাক নীতি-শিক্ষা দিছিল তেৱেঁই আছিল মোৰ পৰম শ্ৰদ্ধাভাজন শিক্ষা গুৰু যোৰহাটৰ তিনি নং প্ৰেক্টিচিং স্কুলৰ হেডমাষ্টৰ আৰু গুৱাহাটী মাছখোৱাৰ নিগাজী নিবাসী প্ৰয়াত আজিজুৰ ৰহমান শ্বাহ চাৰ !

লগতে—

যিজন শিক্ষা গুৰুৱে মোক হাইস্কুলৰ তৃতীয়মান শ্ৰেণীৰ পৰা দশম মান শ্ৰেণীলৈকে শিক্ষা দান কৰি সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হবলৈ প্ৰেৰণা যোগাইছিল তেখেতেই আছিল মোৰ পৰম শ্ৰদ্ধাভাজন তেতিয়াৰ যোৰহাট গৰ্বৰ্ণমেন্ট হাইস্কুলৰ তথা অসমৰ এগৰাকী প্ৰখ্যাত হেডমাষ্টৰ জেহেৰুদ্দিন আহমদ চাৰ। চিৰকুমাৰ আহমদ চাৰে মোক পুত্ৰৱৎ জ্ঞান কৰি শিক্ষা-দীক্ষা দিয়াৰ উপৰিও সদায় মোক তেখেতৰ লগত ৰাখি খেলা-ধূলা সকলোতে উদগণি যোগাইছিল। স্কাউটিঙৰ জৰিয়তে সমাজ সেৱা, ৰোগীৰ শুশ্ৰূষা আদি কাৰ্য্যত ব্ৰতী হবলৈ উৎসাহিত কৰিছিল আৰু সময় আৰু কৰ্ত্তব্য নিষ্ঠাৰ প্ৰতি সততে সকিয়াই দিছিল। প্ৰতিদিনে একোটি সৰু সুৰা হলেও ভাল কাম কৰি মোক ডায়েৰীত লিখি থবলৈ শিকাইছিল, যি কাম তেতিয়াৰ পৰা মই আজিলৈকে কৰি আছো। এই দুইজন গুৰুৱেই কেৱল শিক্ষাদাতাই নাছিল জ্ঞান

দাতাও আছিল আৰু এখেতসকল মোৰ ভৱিষ্যৎ জীৱনৰ গঢ় দিওঁতা চিৰনমস্য গুৰু।

আমাৰ সংবিধানত সন্নিবিষ্ট কৰা চেকুলাৰ (Secular) নীতি প্ৰৱৰ্ত্তন কৰাৰ বহু বছৰ আগতেই ধৰ্মীয় সহনশীলতা আৰু পাৰস্পৰিক সদভাৱনাৰ বিষয়ে সেই কোমল বয়সতে তেখেত সকলে আমাক শিক্ষা দি মানৱীয়তাহে যে প্ৰকৃত ধৰ্ম এই হিতোপ-দেশো আমাক দিছিল। আজি "ভবজিনীৰ তীৰত" বহি সেই দুয়োজন মহান ব্যক্তিলৈ মোৰ ঘনে ঘনে মনত পৰিছে কাৰণেই সতক্তিৰে এই দুয়োজনা গুৰুৰ পবিত্ৰ স্মৃতিত আভাজনৰ শ্ৰদ্ধাৰ্ঘ স্বৰূপে এই পুথিখনি অৰ্পণ কৰিলোঁ।

জীৱন

# পূৰ্বাভাস

আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী বৰ দীঘলীয়া নহয়। প্ৰায় আঠকুৰি বছৰীয়া এই কালক্ৰমত অৰুণোদয় যুগ, জোনাকী যুগ, বাঁহী-উষাৰ যুগ, আৱাহনৰ যুগ, জয়ন্তী সুৰভিৰ যুগ, ৰাম-ধেনুৰ যুগ আদি আলোচনীগতা বিভাগ কৰিয়ে আমি সচৰাচৰ সাহিত্য সমলগোৰৰ মূল্যায়ণ আগবঢ়াই আহিছোঁ। কলিকতাৰ পৰা (স্বৰ্গীয়) দীননাথ শৰ্ম্মাৰ সম্পাদনাত কুৰিশতিকাৰ তৃতীয় দশকত জাকজমকতাপূৰ্ণ কলেবৰেৰে 'আৱাহন' কাকতখন মাহেকীয়া ৰূপত প্ৰকাশিত হৈছিল। এই কাকতৰ যোগেদি কবিতা, চুটি গল্প, উপন্যাস, নাটক, প্ৰবন্ধ-আলোচনা আৰু বিবিধ প্ৰসংগই সাৱলীল গতিৰে আত্মপ্ৰকাশ কৰিছিল। সেই আৱাহন যুগৰ প্ৰবীনতৰ কবি সাহিত্যিক সকলৰ ভিতৰত পণ্ডিত তীৰ্থনাথ শৰ্ম্মা, অধ্যাপক অম্বিকা নাথ বৰা, প্ৰাচ্যবিদ্ কৃষ্ণকান্ত সন্দিকৈ, ত্ৰৈলোক্য নাথ গোস্বামী, ৰমা দাস হলীৰাম ডেকা আদি আমাৰ মাজত সশৰীৰে নাই। তথাপিও আৱাহন যুগৰ গৌৰবোজ্জ্বল প্ৰতিভাৰ স্বাক্ষৰ বহন কৰি থকা সকলৰ ভিতৰত ধ্বনি কবি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, প্ৰবন্ধ-লেখক সমালোচক শ্ৰীমুনীণ বৰকটকী, গল্পকাৰ ঔপন্যাসিক শ্ৰীজীৱন চন্দ্ৰ গোস্বামী আদিয়ে সাম্প্ৰতিক কুৰি শতিকাৰ শেষ দশকতো কম বেছি পৰিমাণে অসমীয়া ভাষা সাহিত্যৰ সেৱা আগবঢ়াই আছে। কবি, গল্পকাৰ, নাট্যকাৰ, প্ৰবন্ধ ৰচক ক্যাবিকৰী গ্ৰন্থ লেখক ৰূপে খ্যাতিমন্ত শ্ৰীজীৱন চন্দ্ৰ গোস্বামীয়ে ইতিমধ্যে এথাৰ খন অসমীয়া ইংৰাজী পুথি প্ৰকাশ কৰি আৰু কেইবাখনো পুথিৰ ৰচনা সম্পূৰ্ণাংগ কৰি তুলি চাকৰি জীৱনৰ বিবিধ ব্যস্ততা তথা অৱসৰ কালীন সমস্যাৱলীৰ মাজত অভিলেখ থাপিবলৈ সক্ষম হৈছে। ১৯৯১ চনৰ জুলাই

মাহত প্ৰকাশিত "তলসৰা শেৱালী" নামৰ সামাজিক উপন্যাস খনিয়ে গোস্বামী দেৱৰ সাহিত্য কৃতিৰ শেহতীয়া পৈণত নিদৰ্শন দাঙি ধৰিছে। 'পকা তেতেলী বুঢ়া ধৰাজীৰ'ৰ সোৱাদ পোৱা অসমীয়া সমাজক "তলসৰা শেৱালী"ৰ সুৰভিয়ে উন্মনা নকৰাকৈ নাথাকে। এইজনা কৃতবিদ্য লেখকৰ আন এখন সামাজিক উপন্যাস "তৰঙ্গিনীৰ তীৰত" পাণ্ডুলিপি অৱস্থাত পঢ়িবলৈ সুযোগ পালোঁ, এয়া লেখকৰ মনি-কাঞ্চন সংযোগ অৰ্থাৎ "তলসৰা শেৱালী"ৰ পিছত "তৰঙ্গিনীৰ তীৰত" সামাজিক উপন্যাসৰূপে লেখকৰ যুগল সুকৃতি।

দেশ বিভাজনৰ পটভূমিত ভাৰতীয় গনৰাজ্য লৈ পাকিস্থানৰ বিশেষকৈ পূব পাকিস্থানৰ (পূৰ্ববংগ) পৰা প্ৰাণৰ ভয়ত পলাই অহা হিন্দু মুছলমান নৰ নাৰীৰ শৰণাৰ্থী শিবিৰ গঢ় দি উঠিছে কাছাৰ ছিলেট সীমান্তৰ কুছিয়াৰ নদীৰ পাৰত আৰু ইয়াতেই উপন্যাসৰ কাহিনী আৰম্ভ হৈছে: ফিৰোজ ইছলাম, আমিনা আৰু তাইৰ কোলাৰ 'ধন' নামৰ কেচুৱাটোক লৈ। ঢাকাৰ পদ্মা নদীৰ সজল স্মৃতি, দিল্লীৰ যমুনাৰ গম্ভীৰ বৰ্ণনা আৰু অৱশেষত অসমৰ লুইতৰ চেনেহী পাৰত দুধাৰি মিলনৰ চকুলোৰে কাহিনীৰ অন্ত পৰিছে আৰু সেয়েহে তৰঙ্গিনীৰ তীৰতে পোৱা নোপোৱা, বিৰহ মিলনৰ খেলাৰ বিজাৰ মানৱীয় হা-হুমুনিয়াহ, আশা নিৰাশাৰ সুৰবিবোৰ এই উপন্যাসত প্ৰকাশিত হৈছে। ঔপন্যাসিকৰ ভাষাৰে কবলৈ হলে - "এইখনেই কুছিয়াৰা নদী। দেশ বিভাজনৰ স্বাক্ষৰ বহন কৰি আজিও বৈ আছে বৈ থাকিবও। কথাতে কয় — নৈৰ সমান বৰ কোন? আইৰ সমান হৰ কোন?" ......'কেচুৱা কালৰ পৰা বুকুত বান্ধি তুলি তালি ডাঙৰ দীঘল কাৰ আজি জন্মদাতা ফিৰোজ আৰু জন্মদায়িনী মেহেৰুনিচ্ছাৰ হাতত ধনক শোধাই দিবলৈ পাই - আমিনাৰ দুগালেদি বৈ আছিল — এক অনাবিল আনন্দৰ দুধাৰি চকুলো।"

'তৰঙ্গিনীৰ তীৰত" নামকৰণৰ যুক্তিযুক্ততা আৰু সাৰ্থকতা প্ৰতিপন্ন কৰিবলৈ এই সামাজিক উপন্যাস খনৰ বিভিন্ন পৰিবেশ

কাহিনী, চৰিত্ৰ আৰু আদৰ্শবোধৰ বিচাৰ বিশ্লেষণ আগবঢ়ালে দেখা যায় যে ভাৰতবৰ্ষৰ নদীমাতৃক সভ্যতাৰ প্ৰভাৱ ঔপন্যাসিকৰ ওপৰত পদে পদে বিৰাজমান। কুছিয়াৰা, লুইত, পদ্মা, গংগা, যমুনা আদিৰ বৰ্ণনা এই উপন্যাসত লেখকে মুকলিভাৱে সন্নিবেশ কৰিছে আৰু নদীৰ পাৰত গঢ় দি উঠা ভাৰতীয় সংস্কৃতিৰ সমন্বয়ৰ মহিমাও সুঁৱৰিছে। ঔপন্যাসিকৰ ভাষাত - দেশৰ মাটি আৰু নদীয়েই মানুহৰ প্ৰাণ স্বৰূপ। এই প্ৰাণ সঞ্চাৰিত কৰি ৰাখে একোখন নদীয়ে। পৃথিৱীৰ অনেক দেশৰ কৃষ্টি সংস্কৃতি গঢ়ি উঠিছে একোখন নদীক লৈয়েই। নদীৰ প্ৰতি মানুহৰ আকৰ্ষণ এটা চিৰন্তন আৰু সাৰ্বজনীন অনুভূতি। ব্ৰহ্মপুত্ৰ, গংগা আৰু পদ্মা নদীৰ সম্মিলিত জলধাৰা সাগৰলৈ বৈ যোৱাৰ দৰেই সিন্ধু, গংগা ব্ৰহ্মপুত্ৰৰ পাৰত গঢ়ি উঠা ভাৰতীয় সংস্কৃতিৰ প্ৰবাহ পদ্মানদীৰ ওপৰেদিও প্ৰবাহিত হৈছে। ৰাজনৈতিক সীমা ৰেখাই চিৰ প্ৰবাহমান এই সংস্কৃতিৰ প্ৰবাহক সংকুচিত বা সীমিত কৰিব পৰা নাই আৰু নোৱাৰেও। উপন্যাসৰ ঘটনাৱলী অসম সীমান্তৰ কুছিয়াৰা নদীৰ পাৰত থকা আশ্ৰয় শিবিৰত আৰম্ভ হৈ পৰ্য্যায় ক্ৰমে গুৱাহাটী, দিল্লী, কলিকতা, অসম, লুধিয়ানা আদি অতিক্ৰম কৰি আগবাঢ়িছে। ভিন ভিন পৰিবেশৰ যথাযথ বৰ্ণনা দিয়াত লেখকৰ পটুতা প্ৰকাশ পাইছে।

পাকিস্থানৰ বিভাজন, পাকিস্থান আৰু বাংলাদেশৰ সৃষ্টি আদি ৰাজনৈতিক পটভূমিত সামাজিক জীৱনৰ জীৱিকা, ঠিকা-ঠুকুলি, চাকৰি-বাকৰি, বজাৰ-সমাৰ, শিক্ষানুষ্ঠান স্থাপন তথা পৰিচালনা সামৰিক জীৱন সামৰিক হাস্পতাল, জমিদাৰী আমোল প্ৰেম-প্ৰীতি, মিলন-বিৰহ বিশ্বাস প্ৰতাৰণা, হিংসা অসূয়া, আশা নিৰাশাৰ বহুতো কথা কাহিনী, চিত্ৰ-উপচিত্ৰ কুটাই তুলিবলৈ "তৰঙ্গিনীৰ তীৰত" আমিনা, ধন (বাবা) ওৰফে মুকল, ফিৰোজ ইছলাম, মেহেৰুন্নিছা (চিণ্টাৰ,) খানবাহাদুৰ জালালুদ্দিন আহমেদ তেওঁৰ পত্নী চাহেৰা বেগম। তেওঁলোকৰ পুত্ৰ বাহাৰুল (মুকুট) বৰ জীয়েক নাজিমা, জোৱায়েক খুৰছেদ আৰু নাতিনী বেজিনা। সৰু জীয়েক ৰবিয়া

আৰু তেওঁৰ স্বামী ইন্দ্ৰাকুৰ 'দিল্লীৰ বীৰেন্দ্ৰ সিং, উগ্ৰসেন কাকতি আৰু তেওঁৰ 'পুত্ৰ ধ্ৰুৱ', কাকতিৰ খুলশালী ছোৱালী তাৰুৱণী তিলোত্তমা আৰু বহুতো চৰিত্ৰৰ অৱতাৰণা কৰা হৈছে। এই চৰিত্ৰবোৰত ক'ম বেছি পৰিমাণে মানৱীয় দোষ-গুণ, আচৰণ জীৱন বোধ ফুটি ওলাইছে। আমিনাই ফিৰোজ মেহেৰুন্নিছাৰ সন্তান 'বাবা' (ধন) ওৰফে মুকলক বুকুত সাৱটি ধৰি পাকিস্থানী সৈন্যৰ কবলৰ পৰা ৰক্ষা পাই কুছিয়াৰা নদীৰ পাৰৰ আশ্ৰয় শিবিৰত থাকি ফিৰোজৰ ভয়ত পলাই আহি উগ্ৰসেন কাকতিৰ ঘৰত গুৱাহাটীত আশ্ৰয় লৈছে আৰু পিছত খানবাহাদুৰ জালালুদ্দিনে আহমেদৰ ৰহণীয়েক আমিনাই পতা বিদ্যালয়ত শিক্ষয়িত্ৰী হৈছে। নানা আপদ বিপদ, কষ্ট-ধৈৰ্য্যৰ মাজেদি অন্নদাত্ৰী আমিনাই 'বাবা' (ধনক)ক তাণ্ডৱ-দীঘল কৰি সামৰিক বিষয়াৰূপে গঢ় দিছে। সামৰিক বিষয়াৰূপে যুদ্ধত আহত হৈ লুধিয়ানাৰ সামৰিক হস্পিতালত নাৰ্চ ৰূপিনী মেহেৰুন্নিছাৰ লগত ধনৰ (মুকল) সান্নিধ্য ঘটে। অৱশেষত গুৱাহাটীৰ খানবাহাদুৰ বাসভৱনত পুত্ৰ মাতা পিতাৰ মধুৰ মিলন ঘটে। এইকালৰ পৰা চালে— আমিনাৰ চৰিত্ৰ নায়িকা ৰূপে বিকশিত হৈছে। মেহেৰুন্নিছা আৰু ফিৰোজ ইছলামক খণ্ড নায়িকা আৰু নায়ক বুলিব পাৰি। ফিৰোজে আমিনাক প্ৰণয়ৰ ক্ষেত্ৰত প্ৰস্তাৱনা কৰা সত্বেও ধনক ৰক্ষা কৰি আৰু তাণ্ডৱ দীঘলকৈ তুলি তালি সামৰিক বিষয়ৰূপে গঢ়ি তুলিবলৈ আমিনাই কৰা ত্যাগৰ তুলনা নাই। "তৰঙ্গিনীৰ তীৰত" ভাৰতীয় তথা অসমীয়া সমসাময়িক জীৱনৰ প্ৰতিফলন যেন হৈ পৰিছে।" "উপন্যাসক জগতত নিৰ পৰা মঞ্চাভিনয়" বুলি কোৱা হয়— সেই দৃষ্টিৰে "তৰঙ্গিনীৰ তীৰত" নামৰ সামাজিক উপন্যাসখনিক এখন নাট্যাভিনয় বুলিবও পাৰি। দুই চাৰিটা চৰিত্ৰৰ অতিশয়া বেছি খং, ৰাগ বিদ্বেষ উপজিলেও ঔপন্যাসিকে সমাজ জীৱনৰ সাম্ৰগ্ৰপৰ ৰূপায়ণ কৰা বুলিয়ে ক'ব লাগিব।

সাৱলীল ভাষা, সৰল প্ৰকাশ ভংগী, সুন্দৰ কথোপকথন,

বিবিধ কাহিনী, বিচিত্ৰ পৰিৱেশ আৰু নানা চৰিত্ৰৰ সমাৱেশত "তৰঙ্গিনীৰ জীৱন" এখন আগশাৰীৰ সামাজিক উপন্যাসৰূপে অসমীয়া সাহিত্যত সমাদৃত হ'ব বুলি আমাৰ বিশ্বাস ।

ভাৰতবৰ্ষত বৃটিছ ৰাজত্বৰ অৱসানৰ লগে লগে সাম্প্ৰদায়িক ভেটিত হিন্দু মুছলমানৰ মাজত অসূয়া সৃষ্টিৰে ভাৰত আৰু পাকিস্থান দুখন ৰাষ্ট্ৰ গঠিত হলেও উপন্যাসখনিৰ চৰিত্ৰবোৰৰ মাজেদি বিশেষকৈ উগ্ৰসেনা কাকতি, তেওঁৰ পুত্ৰ ধ্ৰুৱ, খানবাহাদুৰ জালালুদ্দিন আহমেদ আৰু তেওঁৰ পৰিয়াল চাহেৰা বেগম আদিয়ে সাম্প্ৰদায়িক প্ৰীতি, ঐক্য আৰু ভাতৃত্বৰ চানেকি দাঙি ধৰিছে । জমিদাৰ জামোলৰ আশ্ৰয় আতিথ্যাই বাংলাদেশ মুক্তি আন্দোলনত ধৰ্ষিতা, বিপৰ্য্যস্থা হোৱা মেহেৰুন্নিছা আদি নাৰীসকলৰ বিনষ্ট জীৱনক নকৈ গঢ় দি তুলিছে । এই উপন্যাসত সাম্প্ৰদায়িক সম্প্ৰীতি, ঐক্য সংহতি, সমন্বয়ৰ আদৰ্শ বোধ ফুটাই তুলিবলৈ লেখকে সৰ্বান্ত কৰণে প্ৰচেষ্টা চলাইছে । পৰিবেশ, কাহিনী, চৰিত্ৰ চিত্ৰণৰ ক্ষেত্ৰতো লেখকৰ পৰ্য্যবেক্ষন, অভিজ্ঞতা আৰু মানৱীয়তাৰ সুমধুৰ সংমিশ্ৰণ ঘটিছে ।

পৰিণত বয়সৰ এই পৈণত সৃষ্টিয়ে কৃতবিদ্য লেখক জনক পাঠক সমাজৰ প্ৰশংসা-ধন্য, স্মৰণীয় কৰি তোলক— এয়ে আমাৰ আন্তৰিক কামনা ।

ডঃ শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য
নবগিৰি পথ, চানমাৰি
গুৱাহাটী-৭৮১০০৩

১৭/৮/৯২ ইং

# লেখকৰ প্ৰকাশিত কেইখনমান পুথিৰ বিষয়ে বিজ্ঞ আৰু অভিজ্ঞ সকলৰ অভিমত (সংক্ষেপে)

**ৰুক্মিনী হৰণ :** (পৌৰাণিক নাট) শ্ৰীজীৱন চন্দ্ৰ গোস্বামীৰ ৰুক্মিনী হৰণ পৌৰাণিক নাটখন পুৰণি আৰু নতুনৰ মধুৰ সমন্বয়— অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু— নতুন অসমীয়া।

**সোণৰ হৰিণা আৰু বনকুসুম :** নতুন অসমীয়া— 'সোণৰ হৰিণা অকল ৰামে সাওঁই যে দেখিছিল এনে নহয়; বহুত যুৱক-যুৱতীয়ে দেখিছে আৰু দেখিব। আৱাহন যুগত কবিতা আৰু সাহিত্যৰ সভাৰ যোগোৱা অনুৰাগী সাহিত্য সেৱী শ্ৰীজীৱন চন্দ্ৰ গোস্বামীয়ে সোণৰ হৰিণাত হিয়াৰ দবদ সনা সোতৰটা কবিতা ঠাই দিছে। আৰু বনকুসুম নামৰ চতুৰ্দ্দশ পদী কবিতা পয়সত্তৰটাও একে ভাবৰে বিভিন্ন ছন্দময় উল্লাস।

**বেঙ্ক নীতি আৰু কাৰ্য্যপদ্ধি :** নতুন অসমীয়া— বেংকিঙৰ দৰে আধুনিক জগতৰ অত্যাৱশ্যকীয় বিষয় এটাৰ বিষয়ে অসমীয়া ভাষাৰ যোগেদি কৰা এয়ে বোধহয় প্ৰথম আৰু কৃতকাৰ্য্য প্ৰচেষ্টা। লেখক শ্ৰীগোস্বামীয়ে তেওঁৰ কাৰ্য্যকৰী আৰু শিক্ষালয় সংক্ৰান্ত অভিজ্ঞতাৰে দেশী বিদেশী পণ্ডিতৰ গ্ৰন্থৰ সহায়ত সৰ্বসাধাৰণ ৰাইজ আৰু শিক্ষক ছাত্ৰৰ উপযোগীকৈ বেংকিং আৰু ভাৰতীয় বেংকৰ কথা বোৰ ধাৰাবাহিক আৰু বৈজ্ঞানিক ভিত্তিত আলোচনা কৰিছে।

**তলসৰা শেৱালী :** (উপন্যাস — অসম সাহিত্য সভাৰ সভাপতি শ্ৰীলক্ষ্যধৰ চৌধুৰী, নতুন দৈনিকত ... গোস্বামীদেৱৰ 'তলসৰা শেৱালী' পুথিখন পঢ়ি মই বৰ অভিভূত হ'লো। এই উপন্যাসখনিত সহজ সৰল ভাষাৰে সাবলীল ভাবে কৰা চৰিত্ৰ বিশ্লেষণ আৰু চিত্ৰণ দক্ষতাপূৰ্ণ মৌলিক আৰু জীৱন্ত হৈছে বুলিয়েই ক'ব পাৰি। সমস্যা জৰ্জৰিত বৰ্ত্তমান কুটিল জগতখনৰ পঢ়ুৱৈ সমাজক এই সৰল লিখনীৰ উপন্যাসখনিয়ে আকৰ্ষণ কৰিব বুলি আশা কৰিলো আৰু গোস্বামীৰ ভবিষ্যৎ প্ৰচেষ্টাৰ সাফল্য কামনা কৰিলো।

## ঃঃ আলাপ ঃঃ

আমি ভাবো ক্ষণজন্মা মহাপুৰুষ সকলৰ মাৰ্গ-দৰ্শন আৰু সকলো জন-সমষ্টিৰে শুভবদ্ধি সম্পন্ন সকলৰ ঐকান্তিক চেষ্টাৰ ফল, জগতে সমাজৰ বিভিন্ন স্তৰত বিলীন হৈ থকা বহুজনৰ মানৱতা-বোধৰ বাবেই ধৰ্ম্মান্ধতা, সাম্প্ৰদায়িকতা, সংঘৰ্ষ আৰু সন্ত্ৰাসেৰে জৰ্জৰিত বৰ্ত্তমানৰ জগতৰনৰ পৰা শান্তি-সম্প্ৰীতি-সংহতি আৰু ভ্ৰাতৃত্ব-বোধৰ দৰে অনুপম অনুভৱ সমূহ এতিয়াও সম্পূৰ্ণ নিৰ্মূল হৈ যোৱা নাই। "তৰঙ্গিনীৰ তীৰত" এনে কিছু চৰিত্ৰকে আমি লগ পাই আপোনালোককো চিনাকি কৰি দিবলৈ ওলাইছো। সেইসকলৰ মানৱ দৰদী অতুলনীয় সান্নিধ্যই আমাৰ অন্তৰতো সুফল অঙ্কুৰিত কৰাৰ হাবিযাসেৰে এয়া আমাৰ অতি সীমিত সামৰ্থ্যৰ প্ৰচেষ্টা মাত্ৰ।

অতীতৰ এটি সঁচা সময়ৰ ঐতিহাসিক দলিলৰ পৃষ্ঠভূমি ৰূপে লৈ কল্পনাৰ সাজেৰে অন্তৰৰ অনুভূতিৰিমিক সজাই পৰাই উলিয়াই দিওঁতে চকুৰ আগতেই ঘটি যোৱা এখন দেশৰ জন্ম-বেদনাৰ আঘাটে মন ভাবাক্ৰান্ত কৰি পেলোৱাৰ পৰত অজানিতে সম্পূৰ্ণ বাস্তৱ দুই এটা কথা সাঙুৰ খাই পৰিলেও তাৰ উপস্থাপনৰ পৰিসীমা কল্পনাৰেই আবৃত্ত কৰা হৈছে।

আমাৰ জীৱনৰ বিয়লিবেলাত আমি পাৰ হৈ অহা জীৱনৰ বাট-পথ বোৰৰ প্ৰায়খিনিৰ স্মৃতি ধূসৰ হৈ পৰিলেও তাৰ মাজতেই বিচাৰি পোৱা এটি সেন্দুৰীয়া আলিয়ে আমাক আজি বাৰে বাৰে সকিয়াই কৈছে - "সকলোৰে ওপৰত যে মানুহেই সত্য তাৰ ওপৰত একোৱেই নাই। "তৰঙ্গিনীৰ তীৰত" বহি · আজি মৰ্মে মৰ্মে উপলব্ধি কৰিছোঁ এই সোণালী শাৰিটিয়েই আমাৰ

বৃদ্ধাবস্থাৰ শাৰীৰিক আহুকালকো আওকাণ কৰি মনৰ পৰিকল্পনাক আকাৰ দি আগবঢ়াৰ অনন্য প্ৰেৰণা।

আমাৰ ইতিপূৰ্বে প্ৰকাশিত উপন্যাস "তলসৰা শেৱালী" য়ে সুধীজনৰ সমাদৰ লাভ কৰি আমাক সন্তোষ দিয়াৰ লগতে প্ৰথিতযশা সমালোচক সকলে বাতৰি কাকত, বৈচিত্ৰ' আদিৰ যোগেৰে আগবঢ়োৱা আলোচনাত আমাৰ এই প্ৰচেষ্টা অব্যাহত ৰখাৰ বাবে যি আদেশ দিলে সেয়া আমাৰ বাবে পৰম শুভেচ্ছা বুলি অনুভৱ কৰিছোঁ আৰু সেইখিনিকে সম্বল কৰি শৰীৰিক পৰ্ব্বতপ্ৰমাণ আহুকালকো আওকাণ কৰি "তৰঙ্গিনীৰ জীৱনে" আগবঢ়াৰ সাহস গোটাব পাৰিলোঁ।

আমাৰ সাহসক সক্ৰিয় ভাৱে ভৰষা দি যি সকলে সহায় কৰিলে সেই সদৌটিলৈকে মোৰ কৃতজ্ঞতা জনালোঁ। একালৰ ছাত্ৰ গৱেষক পণ্ডিত ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, অধ্যাপক শ্ৰীবীৰেন্দ্ৰ নাথ তালুকদাৰ, শ্ৰীকৈলাশ নাথ শৰ্মা "অসম সংবাদ" ৰ সম্পাদিকা শ্ৰীমতী কৃষ্ণা মজুমদাৰ, মহিবুদ্দিন আহমদ আদিৰ দিহা পৰামৰ্শই মোক তেখেত সকলৰ ওচৰত ঋণী কৰিছে। শ্ৰীমান ৰফিক আলীয়ে পাণ্ডুলিপি প্ৰস্তুত কৰি আৰু শ্ৰীমতী তুলিকাই বেটুপাতৰ ছবি আঁকি দি যি সহায় কৰিলে তাৰ বাবে তেওঁলোকলৈ মোৰ শুভাশীষ থাকিল। লগতে আমাৰ পৰিয়ালৰ সদৌটিৰে বিশেষকৈ জোৱাই ডঃ সঞ্জীৱ বৰঠাকুৰ আৰু জীয়ৰী মিতালীৰ সকায় সহযোগৰ বাবে আমাৰ স্নেহ যাচিলোঁ। উদয়ন প্ৰিণ্টাৰ্চৰ শ্ৰীমতী লাৱণ্য আৰু শ্ৰীমান মুকুটৰ লগতে সমূহ কৰ্মীৰে নিষ্ঠাৰ আমি শলাগ ললো। 'তৰঙ্গিনীৰ জীৱন্ত" উপন্যাসখনিয়ে সমাদৰ লাভ কৰিলেই আমাৰ আনন্দ।

কপথ
নতুন শৰণীয়া
গুৱাহাটী - ৩

শ্ৰীজীৱন চন্দ্ৰ গোস্বামী
২৫/১২/৯৩
বৰদিন

# প্ৰথম অধ্যায়

এই নদী আজিও বৈ যায়,
এইখনেই কুছিয়াৰা নদী, দেশ বিভাজনৰ স্বাক্ষৰ বহন কৰি
আজিও বৈ আছে— বৈ থাকিবও, কথাতে কয়—
'নৈৰ সমান বৰ কোন
আইৰ সমান হ'ব কোন।'

এই নদীতেই এদিন ৰমেশ, পৰমেশ, ত্ৰিদেৱ, কৃপাল, হবিবুৰ, মেহবুবহঁতে সাঁতুৰি নাদুৰি কত ৰং ধেমালী কৰিছিল; সাঁও খেলিছিল, মাছ মাৰিছিল। ইয়াৰ ঘাটতে ৰচিদা-নফিজাহঁতে গা ধুইছিল, কাপোৰ ধুইছিল, পানীৰ সোঁতত গা উটুৱাই চিলনী সাঁতোৰ দিছিল। মন প্ৰাণ ঢালি লগৰীয়া সমনীয়াহঁতৰ লগত যৌৱনৰ উত্তাল তৰঙ্গত আনন্দেৰে উটি ভাহি ফুৰিছিল। এই ঠেক নৈখনৰ ইপাৰৰ কৰিমগঞ্জৰ পৰা সিপাৰৰ জাকিৰগঞ্জলৈ দিনটোত কতবাৰ কতজনে কতকামত ইপাৰ সিপাৰ হৈছিল; কিন্তু কালৰ কুটিল গতিত দেশ বিভাজন হ'ল। ভাৰত জননীৰ এক অঙ্গচ্ছেদ হৈ পাকিস্থানৰ জন্ম হ'ল। এই কুছিয়াৰা নদীয়েই ভাৰতৰ পূব প্ৰান্তৰ অসমক পূব পাকিস্থানৰ পৰা পৃথক কৰিলে। পূব পাকিস্থান আজি বাংলাদেশ হ'ল। ইয়াতে স্থাপিত হৈছে পূব পাকিস্থানৰ পৰা ভাগি অহা অৰ্দ্ধনগ্ন, [illegible], জৰাজীৰ্ণ, জীয়ৰী, বোৱাৰী, আবাল-বৃদ্ধ বনিতাৰে পৰিপূৰ্ণ শৰণাৰ্থীৰ শিবিৰ। আজ

আধামাইল দূৰি কুড়িয়াবা নদীৰ পাৰতেই সৰু সৰু কোঠালীৰে এই শিবিৰ পতা হৈছে। ধ্বংস হৈ যোৱা একোখন ঘৰৰ প্ৰাণ লৈ কোনোমতে পলাই আহিব পৰা সকলে আহি ইয়াতে আশ্ৰয় লৈছেহি— স্বামীহাৰা পত্নী, পুত্ৰহাৰা পিতৃ, ভাৰ্য্যাহাৰা স্বামী, জীৱনৰ আৰ্জিত আৰু সঞ্চিত সম্পদ সকলো হেৰুৱাই অহা সকলৰ লগতে আহিছে তেতিয়াৰ পাকিস্থানৰ হৰ্ত্তা-কৰ্ত্তা বাহিয়া খাৰ অধীনৰ নৰ-দানৱহঁতৰ হাতত লাঞ্ছিতা ধৰ্ষিতা হৈ মান সম্ভ্ৰম সকলো হেৰুওৱা দুৰ্ভগীয়া অলেখ তিৰোতা আৰু গাভৰু।

অপ্ৰকাশ বেদনাৰে জৰ্জৰিত এই শিবিৰৰ নিস্তব্ধ পৰিবেশ এদিন সন্ধিয়া উতলা হৈ পৰিল। ঘৰৰ ভিতৰৰ পৰা সকলো ওলাই আহিল।—"মেহেৰ মেহেৰ," "বাবা, বাবা" বুলি চিঞৰি চিঞৰি উত্তেজিত ভাবে এজন চঞ্চল ডেকাই প্ৰায় বলীয়াৰ দৰে শিবিৰৰ সৰু সৰু ঘৰ বিলাকৰ আগত কেতিয়াবা ঘৰৰ বাঁহৰ বেৰত হাতেৰে খপৰিয়াই আৰ্তনাদ কৰি লৰি ঢাপৰি ফুৰিছে, কেতিয়া-বা কোনোবা তিৰোতাৰ কাষলৈ গৈ সি মুখলৈ ভথালাগি চাই ৰৈছে— তিৰোতা বিলাক ভয়তে আঁতৰি পলাইছে। কোনোবা কেচুৱাক দেখি সি কোলাত তুলি লৈ আকৌ এৰি থৈ গুচি গৈছে। এই দৰে কিছু সময়ৰ পিছত অথিৰ অধিৰ ভাবে শেষত গৈ প্ৰায় অজান হৈ শিবিৰৰ অলপ দূৰতে পৰি থকা কিছুমান খেৰৰ ওপৰতে সি পৰি থাকিলগৈ। নিজৰ চিন্তাতে নিমগ্ন শিবিৰবাসীয়েও সেই মানুহটোৰ বিশেষ খবৰো নললে, বহুও নৰ নোৱাৰিলে। সি বাণ্ডিটো হয়তো ভেনেকৈয়ে বাহিৰতে পৰি থাকিল।

অন্য কোনোবাই নেজানিলে বা চিনি নাপালেও আমিনাই কিন্তু তাৰ মাত শুনিয়েই বুজিব পাৰিছিল উন্মাদৰ দৰে 'বাবা, বাবা' বুলি চিঞৰি ফুৰা মানুহটো— ফিৰোজ ইছলাম, তাইৰ লগত থকা কেচুৱাটোৰ বাপেক। আমিনা বৰ চিন্তাত পৰিল। কাইলৈ

পুৰাতে কিবোলে তাইক টিলি পাৰ আৰু কোলাৰ কেচুৱাটো সি কাঢ়ি লৈ যাব। ওহো মই সেইটো হ'বলৈ কেতিয়াও এৰি দিব নোৱাৰো। সি মোৰ যৌৱনৰ প্ৰথম প্ৰেমৰ আৱাহনৰ লৈ যি দৰে পিছত নিষ্ঠুৰভাৱে প্ৰতাৰণা কৰি মোৰ জীৱন যৌৱন ধ্বংস কৰি থৈ গ'ল— তাৰ নিৰ্মম প্ৰতিশোধ লবই লাগিব। তাৰ বুকুৰ পোৱালি গুচাবলৈ মই এই কেচুৱাটোক, এতিয়া মোৰ ধনটোক, কেতিয়াও তাৰ হাতত এৰি দিব নোৱাৰো, কেতিয়াও এৰি দিব নোৱাৰো। তেন্তে এতিয়া উপায়— তাই চিন্তাহে কৰে, কিন্তু উপায় নাপায়। দু:চিন্তা দুৰ্ভাৱনাত ৰাতিটো প্ৰায় পাৰ হৈ যাওঁ যাওঁ। তাই আৰু থিৰেৰে থাকিব নোৱাৰিলে। তায়ো প্ৰায় উন্মাদিনীৰ দৰেই এটা অনিশ্চিত ভৱিষ্যত আগতলৈ ৰাতি পুৱাওঁতেই নৌপুৱাওঁতেই শিবিৰৰ পৰা কেচুৱাটিৰ সৈতে অন্তৰ্ধান হ'ল। কোনেও ক'ব নোৱাৰিলে— তাই ক'লৈ গ'ল, পৃথিৱীত তাইৰ দৰেই শত শত অভাগিনী সৰ্বহাৰা আৰু নিৰাশ্ৰয়া নাৰী আৰু হাজাৰ বিজাৰ দুৰ্ভগীয়া অনাথ শিশুৰ ভৱিষ্যত সম্ভাৱনা নথকা এখন সমাজতে জাহ যাবলৈ— তাই হয়তো আগবাঢ়িছে, হয়তো আগবাঢ়িছে কালৰ প্ৰবাহত নিজকে উটুৱাই দিবলৈ। পৃথিৱীৰ পৰা একেবাৰে নিশ্চিহ্ন হৈ যাবলৈকে।

## দ্বিতীয় অধ্যায়

খান বাহাদুৰ জালালুদ্দিন আহমদ, গুৱাহাটী মহানগৰীৰ এগৰাকী বিশিষ্ট আৰু সৰ্বজন সন্মানিত ব্যক্তি। তেওঁৰ আচল ঘৰ নগাঁওৰ পুৰণি গুদাম অঞ্চলত আছিল যদিও হাকিমৰ চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত গুৱাহাটীতে স্থায়ীভাৱে বসবাস কৰিবলৈ ল'লে। তেতিয়াৰ এজন বৃটিছ উপায়ুক্ত অনুগ্ৰহত

ব্ৰহ্মপুত্ৰ নদীৰ কাষত তেওঁ এটুকুৰা মাটি লাভ কৰে। সেই সময়ত গুৱাহাটীৰ পৰা কেইমাইলমান দূৰৈৰ পলাশবাৰীত ঘৰ-দুৱাৰ সাজিবৰ কাৰণে খুব ভাল কাঠ পোৱা গৈছিল। তলৰ মজিয়াখন পকা কৰি তেখেতে ওপৰত টিনপাত দি এটা সুন্দৰ চাংবঙলা কাঠেৰেই সজালে। আজি-কালি পকা দালানেৰে প্ৰায় উপচি পৰা গুৱাহাটী মহানগৰীৰ মাজতো ব্ৰহ্মপুত্ৰ নদীলৈ সন্মুখ কৰি ৰাজআলিৰ কাষত থকা পুৰণি ঠাঁচৰ পুৰঠ কাঠেৰে সজা এই ঘৰটো এতিয়াও জিলিকি আছে। সেইকালে অহা যোৱা কৰা সকলে আহল বহল বাৰীখনৰ মাজৰ এই গাম্ভীৰ্য্যপূৰ্ণ ঘৰটোলৈ এবাৰ চকু নিদিয়াকৈ যাব নোৱাৰে। বাটৰ কাষৰ ফালে বাৰীখনত থকা বকুল গছ তিনিজোপাও এক বিশেষ আকৰ্ষণৰ বস্তু হৈ আজিও ঠিয় দি আছে।

খান বাহাদুৰ এজন অতি উদাৰ ভাবাপন্ন ধাৰ্ম্মিক লোক। ওচৰত থকা মচ্‌জিদলৈ নামাজ পঢ়িবলৈ নিয়মিত ভাৱে যায়। কোৰাণ-হদিছৰ উপৰিও গীতা-ভাগৱতৰ চৰ্চ্চা খান বাহাদুৰৰ ঘৰত প্ৰায়েই হয় আৰু ইয়াৰ বাবে বিভিন ধৰ্ম্মৰ লোকৰ তেওঁৰ ঘৰত সমাগম হয়। আধ্যাত্মিকতাৰ কেন্দ্ৰ ভূমি ভাৰতত বিভিন্ন ধৰ্ম্মৰ সমন্বয় সাধন কৰিব নোৱাৰিলে বিভিন্ন ধৰ্ম্ম, গোষ্ঠী, সম্প্ৰদায় আৰু সংস্কৃতিৰে সমৃদ্ধ ভাৰতীয় সমাজৰ বিভিন্ন জনৰ মাজত সদ্ভাৱ, সংহতি স্থাপন হব নোৱাৰে; এয়ে খান বাহাদুৰৰ নিজস্ব অভিমত আৰু ইয়াৰ কাৰণেই তেওঁ নিজে এক উদাৰ ধৰ্ম্মনীতি অনুসৰণ কৰি আহিছে। এই মনোবৃত্তিৰ বাবেই তেখেত সকলোৰে শ্ৰদ্ধাভাজন আৰু জনপ্ৰিয় লোক হৈ পৰিছিল। খান বাহাদুৰৰ পত্নী চাহেৰা বেগমো এগৰাকী ধৰ্ম্ম প্ৰাণা মহিলা। বগা সুগোল মুখখনি আৰু সুগঠিত দেহাৰ বেগম চাহেবাই কেছ বহা ৰিহা খন গাত মেৰিয়াই সম্পূৰ্ণ অসমীয়া সাজপাৰেৰে সদায় থিয়া-

সবাহ আৰু সভা সমিতিলৈ যায়। পুৰণি সংস্কৃতিৰ ধ্বজাবাহী বেগম চাহেবা কিছু সংৰক্ষণশীল মনোভাৱৰ হ'লেও নিজৰ ছোৱালী দুটিক আধুনিক সাজপাৰ কৰা দেখিলে তেখেতে আনন্দ নোপো-ৱাকৈও নাথাকে। পুৰণি চামৰ মানুহ হলেও বেগম চাহেবাই জানে আৰু অনুভৱ কৰে— ব্ৰহ্মপুত্ৰৰ পানী অনাবিল গতিৰে নিছিগা থাকেৰে বৈ থকাৰ দৰে সভ্যতা আৰু সংস্কৃতিও সদায় গতিশীল, ই কেতিয়াও স্থবিৰ হৈ থাকিব নোৱাৰে।

মুঠতে ক'ব'ল হলে চাহেবা বেগম পুৰণি আৰু নতুনৰ এক মধুৰ সমন্বয়। নাৰী সমাজত তেওঁ কাৰোবাৰ বাইদেউ, আৰু কাৰোবাৰ মাহীদেউ। ধৰ্ম্ম কৰ্ম্মৰ লগতে সময় নিষ্ঠাৰ প্ৰতি তেওঁ সদায় সচেতন। বেৰত ওলোমাই থোৱা ডাঙৰ ঘড়ীটোৰ কাটা ডালৰ ওপৰত তেওঁৰ দৃষ্টি সকলো সময়তে অব্যাহত। হাকিমৰ চাকৰি কৰাৰ কালত জালালউদ্দিন চাহাবৰ কামলৈ যোৱাত এক মিনিট পলম হলেও চাহেবা বেগমে তেওঁক সতৰ্ক কৰি দিছিল। এদিন এনেকৈয়ে সতৰ্ক কৰি দিওঁতে হাতৰ ঘড়ীটোলৈ আঙুলিয়াই চাহাবে বেগমক আমোদ কৰি কৈছিল— "তুমি থাকোতে মইনো কিয় হাতত ঘড়ীটো বান্ধি বোজা এটা লৈ থাকো?" বেগম চাহেবাই চাহাবৰ কথাটোত অকণমান যেন ইতিকিঙৰ ইঙ্গিত পালে আৰু ক'লে— "তুমি কোৰ্টতহে হাকিম, ঘৰত নহয়। ঘৰ মোৰ সময়মতেই চলিব। সময়ৰ কাম সময়ত কৰিব লাগে, ক্ষমতাত থকা সকলে যদি সময় মতে সময়ৰ কাম নকৰে তেনে-হলে তলতীয়া সকলক কেনেকৈ নিয়ন্ত্ৰণ কৰিব? তুমিয়েতো মোক সদায় কোৱা— এগৰাকী ভাল মাতৃৰ যোগ্যতা এশজন স্কুল মাষ্টৰৰ সমান। ঘৰখন মাৰীৰহে ৰাজ্য, কৰ্মক্ষেত্ৰ ইয়াৰ সকলো কাম তেওঁৰ নিয়ন্ত্ৰণতে চলে।"

"তুমি ভুল বুবুজিবা মই ধেমালীহে কৰিছিলো। নাৰী বা

মাতৃৰ বিষয়ে কোৱা কথা বিলাক মোৰ নহয়, সুবিজ্ঞ লোকৰ বাণীহে, মই মাত্ৰ তাক দোহাৰিছোহে, ইয়াৰ উপৰিও শুনাহোন, আমাৰ শাস্ত্ৰই কি কৈছে—

"সন্তুষ্টো ভাৰ্য্যয়া ভৰ্ত্তা ভৰ্ত্ৰা ভাৰ্য্যা তথৈবচ।
যস্মিনেৱ কুলে নিত্যং কল্যাণং তত্ৰ বৈ ধ্ৰুবম্"।
মনু (৩।৬০)

অৰ্থাৎ যি ঘৰত পতি আৰু পত্নী পৰস্পৰৰ প্ৰতি সন্তুষ্ট থাকে, সেই ঘৰত শান্তি আৰু লক্ষ্মী বিৰাজ কৰে। কথাখাৰ শুনি ওঁঠত সদায়েই হাঁহি লাগি থকা বেগম চাহেবাৰ ওঁঠদুটিত যেন আৰু অলপ বেছিকৈ হাঁহি বিৰিঙি উঠিল। হাকিম জালালউদ্দিনৰ খপকৰে কিবা এটা মনত পৰাৰ দৰে কলে—'এহ তোমাৰ লগত কথা পাতি থাকোতে দুই মিনিট আৰু বেছি পলম্‌হে হ'ল। ইয়াৰে এক মিনিট কিন্তু তোমাৰ কাৰণেহে দেই।"

বেগম চাহেবাও কথাত পিছপৰা মানুহ নহয়। তেৱো তৎপৰাই উত্তৰ দিলে— 'এইটোনো কি তুমি নতুন কথা ক'লা? তোমাৰ শাস্ত্ৰই দেখোন কয়— স্ত্ৰী পুৰুষৰ দোষ গুণৰ সমভাগী আৰু সেই কাৰণে স্ত্ৰীক পুৰুষৰ অৰ্দ্ধাঙ্গিনী বুলি নকয় জানো?"

বেগম চাহেবাৰ কথা শুনি হাকিমে বৰ তৃপ্তি পালে আৰু মুখত এমোকোৰা হাঁহি লৈ ল'ৰালৰিকৈ কোটলৈ যাবলৈ গাড়ীত বহিলগৈ। গাড়ীত বহিয়েই তেওঁ জোৰেৰে হৰ্ণটো বজাই দিলে। কথাটো বুজি পাই বেগম চাহেবাই ল'ৰালৰিকৈ গৈ হাকিমে নিবলৈ পাহৰি থোৱা চাহৰ ফ্লাস্কটো আৰু টিফিনৰ টেমাটো তেওঁৰ হাতত দি আহিলগৈ।

খান বাহাদুৰৰ ল'ৰা ছোৱালী তিনিটি। তাওঁৰ ল'ৰা বাহাকল (মুকুট), ছোৱালী নাজিমা আৰু ফৰিদা। নাজিমাৰ বিয়া হৈ গৈছে খুৰছেদৰ লগত। খুৰছেদ এটা চৰকাৰী বিভাগৰ

মুখ্য গাণনিক। কবিদাৰ বিয়া হৈছিল ৰংপুৰৰ (বৰ্ত্তমান বাংলাদেশ) ইঞ্জিনিয়াৰ ইয়াকুবৰ লগত। কিন্তু এতিয়া সিঁহত পাকিস্থানতহে আছে। ঘৰ ল'ৰা বাহাকল সকলে পৰা অলপ বেলেগ ধৰণৰ। পঢ়া শুনা কৰি মানুহৰ সমাগমৰ পৰা অলপ আঁতৰি থাকিবলৈহে ভাল পায়। ধনী মানুহৰ ল'ৰা যদিও তাৰ কোনো বিলাসিতা নাই, মিতব্যয়ী। খানবাহাদুৰৰ গুৱাহাটীৰ ওচৰৰ বেলতলাত কিছু খেতিৰ মাটিও আছে আৰু সেইবিলাক তদাৰক কৰিবলৈ মানুহ থাকিবৰ কাৰণে এটা সৰু ঘৰো তাত আছে। নিজ্জাল পৰিবেশ ভাল পোৱা বাহাকলে প্ৰায় তাতেই গৈ থাকে। নিস্থান নিতাল গাৱলীয়া পৰিবেশ তাৰ খুব ভাল লাগে। খুৰছেদ আৰু নাজিমাক থাকিবলৈ খান বাহাদুৰৰ চাং-বঙলাৰে একাষ এৰি দিছে। সিঁহত তাতে থাকে যদিও খোৱা বোৱা সকলো বেলেগ বেলেগ। বাহাকলে কাগজ কিতাপ পঢ়ি বৰ ভাল পায় যদিও এই বিলাকৰ কাৰণে আৱশ্যকীয় টকা পইচাৰ বিষয়ে সি সদায় সচেতন। দৈনিক বাতৰি কাকত এখন কৈ লয় যদিও কিতাপ আলোচনী আদি পৰাপক্ষত পুৰণি হোৱা বিলাকহে (চেকেণ্ড হেণ্ড) কিনে। তাৰ মত হ'ল দৈনিক কাগজখনৰ বাহিৰে পুৰণি কিতাপ পত্ৰকে কিনি বহুত খৰচ কমাব পাৰি আৰু সেইবিলাক লাহে ধীৰে পঢ়ি থাকিলেও একো ক্ষতি নাই। বেলতলাৰ চুচলীয়া টিনৰ সাধাৰণ ঘৰটোতে থাকি নিজৰ ভাতমুঠি নিজেই বান্ধি খায়। সি দৈনিক চুসাজৰ কাৰণেহে বজাৰ কৰে। মাকৰ দৰে এসোপামাণ টিন বটলৰে ঘৰ ভৰাই মাহেকীয়া বজাৰৰ বস্তবাহানি তাতে সুমুৱাই সেইবিলাকক আকৌ চাফ চিকুন কৰি বথাত ব্যস্ত হৈ থকাটো সি ভাল নাপায়। ইয়াত এটা তিক্ত অভিজ্ঞতাও তাৰ আছে। এদিন হেনো তাক ঘৰত থৈ আটাইবিলাক ফুৰিবলৈ গৈছিল। সি খাই ভাল পোৱা বস্তু কেইটামান ভালকৈ এটা টিনত সুমুৱাই তাক লৈ খাবলৈ কৈ

গৈছিল। কিন্তু মাকৰ বান্ধনী ঘৰত যিমান বিলাকহে টিন আৰু প্লাষ্টিকৰ ডাল্ডাৰ সক টেমা দেখিলে তাৰ মাকৰ পৰা সি খাবলৈ বিচৰা বস্তুটো উলিয়াব নোৱাৰি ঠাণ্ডা পানী এগিলাচ খায়েই এবেলা কটাব লগীয়া হ'ল। সেই কাৰণে বেছিকৈ একেলগে বস্তু কিনি আনি বেলেগ বেলেগ টিনত ভৰাই থোৱাটো সি পছন্দ নকৰে।

বি. এ. পাছ কৰা আজি কেবা বছৰো হ'ল যদিও সি কোনো চৰকাৰী চাকৰি কৰিবলৈ ইচ্ছা নকৰে। এইটোৱেই খান বাহাদুৰৰ মনত অলপ দুখ। ইচ্ছা কৰা হ'লে খানবাহাদুৰ চৰকাৰী চাকৰিৰ ক্ষমতাত থকা সময়তেই তাৰ কাৰণে ভাল চাকৰি এটা যোগাৰ কৰি দিব পাৰিলেহেঁতেন। শিক্ষিত আৰু চহকী মানুহৰ ল'ৰা বাহাৰুলক ৰাজনীতিত নমাবলৈও কেইবাটাও দলৰ লোকে বহুত চেষ্টা কৰিছিল। সৰল জীৱন যাপন কৰা বাহাৰুলৰ মন আৰু চিন্তাও সৰল। ৰাজনীতিৰ মেৰপাকত সোমাই প্ৰলোভন, ঠগ, প্ৰৱঞ্চনাৰ আশ্ৰয় লবলৈ সি সমূলি ভাল নাপায়। ইযাৰ বাবে তাৰ সম্বন্ধীয় মোমাইদেৱেক মইহঁলেও তাক কোনো কামৰ মানুহ নহয় বুলি বিদ্ৰূপ কৰে। সি কিন্তু এইবিলাকলৈ কৰ্ণপাত নকৰে। সি ভাবে কিবা এটা স্বাৰ্থতহে আজিকালিৰ মানুহে মানুহক প্ৰশংসা কৰে আৰু সেয়ে নহলে নিন্দা কৰে।

## তৃতীয় অধ্যায়

খানবাহাদুৰৰ সমবয়সীয়া বন্ধু অৱসৰ প্ৰাপ্ত চৰকাৰী চাকৰিয়াল উগ্ৰসেন কাকতি এজন অধ্যয়ন পুষ্ট সৰবৰহী লোক। পাহাৰ এটাৰ অলপ ওখ ঠাইত তেওঁৰ ঘৰ। তেওঁৰ ঘৰৰ পৰা ব্ৰহ্মপুত্ৰ নদীখন খুব ভালকৈ দেখা যায়। কাকতিয়ে প্ৰায়েই

পুৰা গধুলি ঘৰৰ আগৰ মুকলি ঠাই খিনিতে থকা একমাত্ৰ কাঞ্চন গছ জোপাৰ কাষত চকী এখনত বহি ফেনে ফোটোকাৰে বাটি অহা ব্ৰহ্মপুত্ৰলৈ, আকৌ কোনো সময়ত পানী শুকাই গৈ নদীৰ মাজ বুকুতে বালিৰ চৰত নানা বিধ চৰাই চিৰিকতি উৰিফুৰা দৃশ্য চাই চাই কোনো কোনো সময়ত অভিভূত হৈ পৰে। কাকতিৰ প্ৰয়াত পৰিবাৰৰ স্মৃতি বিজড়িত এই কাঞ্চন ফুলৰ গছ জোপাৰ প্ৰতি তেওঁৰ এটা স্বকীয়া মোহ আছে। এই ফুলৰ পুলিটি কাকতিৰ পৰিবাৰে সেই ঠাইত নিজ হাতেৰে কইছিল, কিন্তু কিবা এটা কাৰণত গছ পুলিটি ৰুবলৈ ব্যৱহাৰ কৰা খুৰ্পি খনত লাগি তেওঁৰ হাতৰ পৰা দুটোপালমান তেজ পৰিছিল। কাকতিয়ে ভাৱে সেই দুটোপাল তেজেই কোনো বিশেষ যত্ন নোলোৱাকৈ থকা এই গছ জুপিক যেন এতিয়াও জীয়াই ৰাখিছে, লগতে জীয়াই ৰাখিছে তেওঁৰ পত্নীৰ প্ৰতি থকা পবিত্ৰ প্ৰেমৰ মধুৰ স্মৃতি খিনিও।

এতিয়াও কাকতিয়ে সেই গছ জোপাৰ কাষতে বহি ব্ৰহ্মপুত্ৰৰ সেই-ৰূপ চাই চাই বাগৰিয়া উঠালি উঠা আৰু খৰালি শুকাই খীনাই যোৱা সেই নদীৰ পৰিবৰ্ত্তনৰ লগত তেওঁৰ এবাৰি অহা উৎফুল্ল যৌৱন আৰু বয়সৰ আঁচোৰ পৰি ক্ৰমে ক্ৰমে শুকাই খীনাই যোৱা তেওঁৰ দেহাৰ লগত কিবা এটা যেন সংগতি বিচাৰি পায়। কেতিয়াবা ভাব সাগৰত সোমাই পৰি তেওঁ ক'ত আছে তাকো পাহৰি যায়, পাহৰি যায় জীৱ-জগতৰ আত্ম ৰক্ষাৰ অন্তহীন সংগ্ৰামৰ বিভীষিকা, বিগত জীৱনৰ সোনালী সপোনৰ মৰীচিকা।

এক কথাত কবলৈ হ'লে কাকতি এতিয়া গৃহীসন্ন্যাসী। তেওঁৰ পৰিবাৰ ঢুকোৱা আজি কুৰি বছৰ মানেই হ'ল। ডাঙৰ দুটি ল'ৰা বিয়া বাৰু কৰাই নিজ নিজ ভাবে বেলেগে থাকে, সৰু ল'ৰা ধুন দেউতাকৰ লগতে থাকে, আৰু সিয়েই এতিয়া বৃদ্ধ

কাকতিৰ হাতৰ লাখুটি। কাকতি সদায় শাস্ত্ৰ ভাগৱত আদি লৈয়েই ব্যস্ত। খানবাহাদুৰৰ লগত তেখেতৰ বৰ মিল আৰু ইজনে সিজনক দুদিন নেদেখিলেই ইজন সিজনৰ ঘৰ ওলাযহি। অনেক সময়ত দুয়ো বহি খোলা মনেৰে সকলো কথা আলোচনা কৰে। কিন্তু কেতিয়াবা দুইজনৰ মাজত শাস্ত্ৰৰ কথালৈ তৰ্কাতৰ্কিও হয়। এদিন খানবাহাদুৰৰ বঙলাৰ বাহিৰৰ মুকলি বাৰাণ্ডাত দুয়ো বহি কিবা কথাৰ আলোচনা কৰি থাকোতে দুয়োজনেই যেন অলপ উত্তেজিত হ'ল আৰু কথাবিলাকো উচ্চস্বৰে ক'বলৈ ধৰিলে। তেওঁলোকৰ মাজত কিবা দন্দ্ব লাগিছে বুলি ভাবি চাহেৰা বেগম উধাতু খাই আহি তেওঁলোকৰ কাষত ঠিয় হ'লহি। কথাৰ মাজতে বেগম আহি ওচৰ চপাত দুয়োজনে হাঁহি দিলে, খানবাহাদুৰে ক'লে, "তুমি মিছাকৈ ভয় খাইছা, আমি দন্দ্ব কৰা নাই।" কাকতিয়েও ক'লে— "আমি কিবা কথাহে আলোচনা কৰিছিলোঁ। আপুনিও বহক—মই এবাৰ শাস্ত্ৰৰ কথা কওঁ।' বেগম চাহেৰাই দুয়োজনৰ কথাত অলপ আশ্বস্ত হৈ খানবাহাদুৰৰ কাষতে থকা চকী এখন অলপ আঁতৰাই লৈ বহিল। অসমীয়া মহিলাই আনৰ আগত স্বামীৰ লগত শাৰীপুৰাই নবহাটো এটা শিষ্টাচাৰ, ইযাকে দেখি কাকতিয়ে হাঁহি এটা মাৰি ক'লে,

—"বেগম আপুনি আগৰ দৰেই চলিছে।"

এটি মৃদু হাঁহি মাৰি বেগমে ক'লে— "আনাৰ দিনকেইটা এনেকৈয়ে যাওঁকচোন বাৰু।"

শুনক বাৰু এতিয়া— কাকতিয়ে আৰম্ভ কৰিলে, "আমি তৰ্কৰ বিষয়েহে তৰ্ক কৰিছিলো। এতিয়া বাৰু অকণমান বহলাই কওঁ। —আমাৰ বেদ বেদাংগৰ পৰা ভাগৱত, গীতা আদি শাস্ত্ৰতো দেখা যায় ধৰ্মৰ মূল কথাবিলাক প্ৰশ্ন আৰু উত্তৰ ৰূপে বৰ্ণিত হৈছে। ইয়াকো একৰকম তৰ্কই বুলিব পাৰি। শুনা যায়, মহাপুৰুষ

শংকৰদেৱ আৰু মাধৱদেৱৰ প্ৰথম সাক্ষাতত ধৰ্মতত্বৰ বিষয়ত দুয়ো গৰাকীৰ মাজত তুমুল তৰ্ক বিতৰ্ক হৈছিল। এই তৰ্ক তিনি প্ৰকাৰৰ পোৱা যায়, —প্ৰথম যেতিয়া এজনে আত্মপক্ষ সমৰ্থন কৰিবৰ কাৰণেহে তৰ্ক কৰে — তাকে জল্প বোলে, দ্বিতীয়তে যেতিয়া এজনে আত্মপক্ষ সমৰ্থন কৰি প্ৰতিপক্ষক হেয় প্ৰতিপন্ন কৰিবৰ কাৰণেহে তৰ্ক কৰে তাক বিতণ্ডা বোলে আৰু তৃতীয়তে যেতিয়া কোনো সত্য উদ্ঘাটনৰ কাৰণেহে মাত্ৰ তৰ্ক কৰা হয় তাকে প্ৰকৃত তৰ্ক বা বাদ বোলা হয়। গতিকে তৰ্ক বেয়া বুলি কব নোৱাৰি, কিন্তু ওপৰত কৈ অহা প্ৰথম দুই প্ৰকাৰৰ তৰ্কহে বাঞ্ছনীয় নহয় ই মানুহৰ মাজত তিক্ততাৰহে সৃষ্টি কৰে।”

“কাকতিদেউ আজি আপোনাৰ পৰা আমি এটা ভাল কথা শিকিলোঁ, কেতিয়াবা আপোনালোকৰ মাজত এনেকুৱা আলোচনা হ'লে আমাকো মাতিবচোন, আমিও হয়তো দুই এটা কথা বুজিব পাৰিম। এতিয়া বাৰু আপোনালোক দুয়ো খন্তেক বহক চোন। মই আপোনালোকৰ কাৰণে চাহ অকমান আনো।” এই বুলি কৈয়ে বেগম থিয় হ'ল।

‘কিয় আপোনাৰ কাম কৰা ছোৱালীজনী নাই নেকি?”

“আছে পিছে কি কৰিব কাকতিদেউ, আমি আকৌ কোনোবা ভদ্ৰলোক আহিলে নিজহাতে কিবা এটা কৰি দিবলৈহে ভাল পাওঁ।”

ৰসিকতা কৰি এইবাৰ খানবাহাদুৰে কলে,—“বুজিছে কাকতি, এওঁ এইবোৰতে ব্যস্ত হৈ থকা কাৰণে কেতিয়াবা এখন্তেক একে লগে বহি সুখ দুখৰ কথা এষাৰ পাতিবলৈকো লগ নাপাওঁ,।” খানবাহাদুৰৰ কথা শুনি আটাইকেইজনে হাঁহি দিলে।

এইবাৰ কাকতিয়ে কলে—“আপোনালোকৰ মিলাপ্ৰীতি দেখি বৰ ভাল লাগে। কওকচোন খানবাহাদুৰ এইবয়সতো আপোনালোকে কেনেকৈ মিলাপ্ৰীতিৰে আছে? ইয়াৰ ‘ছিক্ৰেট’ টো নো কি?”

খানবাহাদুৰে মিচিক্‌কৈ হাঁহি এটা মাৰি ক'লে,—"শুনক বৃটিছ প্ৰধানমন্ত্ৰী এজনে তেওঁৰ একাশী বছৰীয়া জন্মদিন পালন কৰোঁতে তেওঁৰ পো-বোৱাৰী, নাতি-নাতিনী আদি ঘৰত বহুত মানুহ গোট খাইছিলহি। তেখেত আৰু তেখেতৰ পৰিবাৰ দুয়োজনে ঘৰৰ আগত ফুলনি খনৰ মাজত হাতত ধৰা-ধৰিকৈ হাঁহি মাতি কথা পাতি ফুৰা দেখি উপস্থিত থকা সকলোৱে হাত চাপৰি মাৰি তেওঁলোক দুজনক জন্মদিনৰ শুভেচ্ছা জনাইছিল। এনেতে এজন সাংবাদিক আগি সুধিলে - চাৰ, আপোনালোকৰ সুদীৰ্ঘ জীৱনৰ মিলা প্ৰীতিৰ গোপন ৰহস্য কি? মন্ত্ৰী গৰাকীযে উত্তৰ দিলে— "তুমি আকৌ কাগজত দি নিদিবা, মই কও বাৰু। ৰাতি ১-২ টা বজালৈকে কাম কৰি থাকো। তেওঁ ৰাতি ৯ বজাতে 'ডিনাৰ' খাই শুই থাকে। মই ৰাতিপুৱা ১০-১১ বজাতহে শুই উঠো আৰু এওঁ ৮ বজাতেই অকলে 'ব্ৰেকফাষ্ট' কৰে। কিন্তু আমি দুযোজনেই দুপৰীয়াৰ আহাৰহে কেৱল একেলগে বহি খাওঁ। এই তিনি সাজৰ ভিতৰত দুয়োজনেই মিলি মাত্ৰ এসাজ খোৱাৰ বাবেহে আমি ইমান মিলা-প্ৰীতিৰে আছো।" আমাৰ কথাও তেনেকুৱাই। আমাৰ দুয়োজনেই একেলগে মিলি দুপৰীয়া খোৱাৰ কথা মনতেই নপৰে। ভাতৰ পাতত বহি খাবলৈ মাতিলেই এওঁ কয়—

—"আপুনি খাওঁকচোন, মই আপোনাক ভাত কেইটা দিওঁ, তিতা টাৱেল খনকে ৰ'দত দি আহো— এইদৰেই থাকে। ক'ৰবালৈ যাবলৈ কেতিয়াবা অকণমান লগ ধৰিলেই বাৰে কুৰি অসুবিধা দেখুৱায়।" বেগম চাহেবাই এইবাৰ মাত লগালে "মই কেতিয়াবা আপোনাৰ লগত ওলাই নাযাও জানো?"

"অঁ, যোৱা, যোৱা, কিন্তু সেইটো জোন ওলালে ঈদ পালন কৰাৰ নিচিনা কথাহে।"

—এইবাৰ শুনি কাকতিয়ে টেকুটেকুকৈ হাঁহি দিলে।

বেগমে খানবাহাদুৰলৈ চাই ক'লে—"আপুনি মোক সাণ্ডোৰ খুৱাইছে কথা কৈ মানুহক হুছুৱাব পাৰে নেকি ?"—খানবাহাদুৰে উপৰাই মাত লগালে—"বুজিছা ইয়াকে কয়,—

বগৰৰ লগৰী

চোতালৰ আগৰ পকা বগৰী ।"

এইবাৰ কাকতিয়ে ক'লে—"আৰু নোৱাৰি, হাঁহিত মোৰ পেট বিষাই গৈছে । মই এতিয়া যাওঁহে ।"

এখন্তেক বহক মই এতিয়াই চাহ আনিম বুলি বেগম ভিতৰলৈ সোমাই গ'ল ।

## চতুৰ্থ অধ্যায়

নামনিমুৱা ৰবাক ভেলী ৰেলখন বৰ দীঘল । কিয়নো তিনিচুকীয়াৰ পৰা অহা নামনিমুৱা ৰেলখন লামডিঙত ইয়াৰ লগত সংযোগ কৰি অনা হয় । যাত্ৰীৰ খুব ভিৰ । ষ্টেচনত কোনফালে ওলাব লাগে কোনফালে সোমাব লাগে নতুন মানুহে বিচাৰি উলিওৱাই টান ।

কাপোৰৰ টোপোলাটোৰ সৈতে কেচুৱাটো এহাতে লৈ আহোতে মানুহৰ ঠেলা-হেচাত আমিনা এবাৰ পৰিবই খুজিছিল । তাইৰ ভোক পিয়াহো লাগিছিল, কাৰণ বাটত ক'তো একো খোৱা নাছিল । তাত নামি গৈ কোনোবা ষ্টেচনত কিবা এটা খাবলৈও যাত্ৰীৰ ভিৰত তাই ওলাব নোৱাৰিলে । ৰেলৰ পৰা নামিয়েই কেচুৱাটোক চুপি থাকিবলৈ কিবা এটা দি কেনেবাকৈ চিনাকি মুখ এখন দেখে বুলি ষ্টেচনৰ ভিতৰৰ প্লেটফৰ্মত তাই ইফালে সিফালে চাইছে । নাই কোনো নাই, 'এতিয়া মই কি কৰো ?'—তাইৰ মনটো অনিশ্চয়তাত খু-হুৱাবলৈ ধৰিলে ।

"তুমি কাৰোবাক বিচাৰিছা নেকি ?"

"হয় বাবা।"

"কোনোবা তোমাক নিবলৈ আহিব নেকি ? তুমি বা ক'ৰ পৰা আহিছা ?"

"বাবা, মোক অকণমান দয়া কৰক। আজিৰ কাৰণে থাকিবলৈ মোক অকণমান আশ্রয় দিয়ক। মই সম্পূর্ণ ভাবে নিৰাশ্রয়া মোৰ নিজৰ বুলিবলৈ এতিয়া কোনো নাই।"

"তেন্তে তুমি এনেকৈ কিয় ?"

'মই সকলো কম, বাবা' সম্পূর্ণ ৰূপে অৱশ হৈ ভাগৰি পৰা মানুহৰ দৰে শেহাই শেহাই কথাকেইষাৰ ক'লে। কাকতিয়ে আৰু একো সুধিলে আৰু নামাতিলেও। এই সদাশয় লোক যেন লগা বৃদ্ধ মানুহজনে তাইক একোকে নোকোৱাত তাইৰ অন্তৰ দুখেৰে ভৰি পৰিল। ইয়াৰ অলপ আগতে প্রায় সেই ঠাইতে চাহাবী সাজপাৰত থকা এজন ভদ্রলোকৰ লগত অত্যাধুনিক সাজ পাৰ পিন্ধা এগৰাকী ভদ্র মহিলাক লগ পাই অকণমান সহায় বিচাৰি তাই হাতখন আগবঢাই দিছিল। ভদ্রলোকজনে পাচটকীয়া নোট এখন মানি বেগৰ পৰা উলিয়াই তাইক দিব খোজোতে ভদ্র মহিলাই বাধা দি কলে— 'তুমি হাত মেলিলে যাকে তাকে পইচা দিয়া কিয় ? এইজনী কৰ মানুহ, কি কথা একো নজনাকৈয়ে— তুমি সদায় এই যোৰ কি কাম কৰা ?"

"তুমিযে কোৱাচোন— মানুহজনী দেখিলে কিবা ঠগ প্রৱঞ্চক যেন লাগে জানো ? তাই কোনোবকমে হে শাৰীখনেৰে গাটো ঢাকি এই জাবৰ দিনতো গাত গৰম কাপোৰ এটুকুৰা নোহোৱাকৈ কেনেকৈ কেচুৱাটো বুকুত বান্ধি লৈ ফুৰিছে ?" ভদ্রলোকজনে পাঁচ টকীয়া নোটখন উলিয়াই তাইৰ হাতত নিদিযাত আমিনাই সকাতৰে ক'লে— "চাহাব, আপুনি মোক টকা কেইটা দিয়ক। মোৰ হাতত

এটা পইচাও নাই। আপোনাৰ পাঁচ টকাই মোৰ কাৰণে এশ টকা।"— তাইৰ কথা শুনি ভদ্ৰলোকজনে পাঁচটকীয়া নোটখন তাইৰ হাতত দিলে। ইয়াকে দেখি ভদ্ৰমহিলা গৰাকীয়ে অলপ অসন্তুষ্টিৰ ভাব দেখুৱাই ক'লে— " আজিৰ পৰা তুমি মোৰ লগত আহিলে মানিবেগটো মোৰ হাতত দিবা। মোৰ চকুৰ আগতে এনেকৈয়ে মাইকী মানুহ দেখিয়েই টকা দলিয়াই ফুৰাটো মোৰ ভাল নালাগে।"— দুয়ো আঁতৰি গ'ল। আমিনা কিন্তু তাতে থিয়দি থাকিল কিবা এটা আশা আৰু নিৰাশাৰ মাজতে।

উগ্ৰসেন কাকতিয়ে উজনি অসমৰ শিৱসাগৰত থকা তেওঁৰ পুৰণি ঘৰ আৰু বংশ পৰিয়ালৰ লোকক বহু দিনৰ মূৰত চাবলৈ গৈ সেইখন ৰেলতে গুৱাহাটীলৈ ঘূৰি আহিছিল। তেওঁক নিবলৈ ঘৰৰ গাড়ীখন আহি নোপোৱাত ষ্টেচনতে অলপ ৰৈ থাকোঁতেই আমিনাক লগ পালে। অলপ পাছতে তেওঁৰ সৰু ল'ৰা ধুনে গাড়ী খন লৈ পালেহি। তেতিয়া ৰেল যাত্ৰীসকলৰ ভিৰ কিছু কমিছিল। ধুনে দেউতাকৰ ওচৰতে কোলাত কেচুৱা এটি লৈ মানুহ এজনী ৰৈ থকা দেখিলে। ধুনক লগ পাই কাকতিয়ে ক'লে— এওঁকো আমাৰ ঘৰলৈ লৈ যাওঁ বলা। ধুনে "আহক" বুলি কওঁতে কোলাৰ কেচুৱাটোৰ সৈতে তাইৰ মাটিতে থোৱা কানি কাপোৰৰ টোপোলাটো তুলি লবলৈ কুজা হওঁতে ধুনে খপ্ কৰে টোপোলাটো দাঙি লৈ ক'লে— "বাইদেউ, মই লও দিয়ক। মইনাটোৰ সৈতে আপোনাৰ অসুবিধা হব।"— একেবাৰে অচিনাকী আৰু দেখিলে ময়ম লগা ল'ৰা এটিয়ে তাইক বাইদেউ বুলি মতাত আৰু তাইৰ কষ্ট কিছু লাঘৱ কৰিবলৈ কোনো ঘৃণা ভাব নেদেখুৱাই তাইৰ কাপোৰৰ টোপোলাটো দাঙি লোৱাত তাইৰ এনেকুৱা লাগিল তাই যেন এখন নতুন পৃথিবীতহে সোমাইছেহি। মন্ত্ৰমুগ্ধৰ দৰে কাকতি আৰু ধুনৰ লগত তাই খোজ ল'লে। ষ্টেচনৰ পৰা বাহিৰলৈ যাবলৈ অতাৰ জীজখনৰ চিৰিত

তাই ভৰি দিলেহি। কিন্তু তাই অৱশ শৰীৰেৰে আৰু কোলাত কেচুৱাটি লৈ চিৰি বগাবলৈ যেন বৰ কষ্ট পাইছে। চিৰিটোৰ বেলিঙত ধৰি ধৰি তাই আগবাঢ়িছে। ইয়াকে লক্ষ্য কৰি ধুনে তাই কৰবাত পৰি যায় বুলি আশংকা কৰি তাইৰ পিছে পিছে গৈ আছে। এইদৰে কোনো ৰকমে গৈ বাহিৰত ৰৈ থকা মটৰ গাড়ী খনত তাই বহিল গৈ। এনে সহানুভূতি আৰু সমাদৰ পাই আমিনাই যেন অকণমান শান্তি আৰু সকাহ পালে, যদিও তাইৰ দুৰ্বল শৰীৰ আৰু মনৰ পৰা ভয় আৰু আশংকা সম্পূৰ্ণ ৰূপে আঁতৰ নহ'ল। তাইৰ এতিয়া চিন্তা, ইয়াৰ পিছত বা কি ?

গাড়ীখন যাবলৈ ধৰিলে, পিছফালৰ চিটৰ কাষত বহি তাই দেখিছে বাটৰ কাষৰ গছলতা ঘৰ-বাড়ী সকলো যেন পিছলৈ লৰ মাৰিছে; কিন্তু তাই !

এইদৰে ভাবি থাকোতেই গাড়ীখন আহি কাকতিৰ ঘৰৰ পদূলিত ৰ'লহি। আমিনাক বৈঠকখানাত বহিবলৈ দি বাপেক পুতেক ভিতৰলৈ সোমাই গ'ল।

কাকতিৰ ঘৰৰ পৰা দেখা পোৱা ব্ৰহ্মপুত্ৰ নদীৰ মাজত থকা উমানন্দ পাহাৰৰ কাষতে উৰ্বশীৰ শিলৰ ওপৰেৰে বাগৰি যোৱা পানীৰ পৰাই নদীৰ পানী কিমান বাঢ়িছে বা টুটিছে কাকতিয়ে ঘৰতে বহি ক'ব পাৰে। গুৱাহাটী মহানগৰীৰ মাজেদি যোৱা ৰেল পথো কাকতিৰ ঘৰৰ পৰা ভালকৈ দেখা যায়। কাকতিৰ ঘৰৰ ওচৰে পাজৰে থকা ল'ৰা-ছোৱালী বিলাক ৰেল চাবলৈ আহি কাকতিৰ ঘৰৰ চৌহদ ভৰি পৰে। বিশেষকৈ স্বাধীনতা দিৱসৰ দিনা চৰকাৰে আয়োজন কৰা পুলিচৰ কুচ-কাৱাজ চাবলৈ বহু দূৰৰ পৰা ৰেলৰ ডবাৰ ওপৰত উঠি কিৰিলি পাৰি অহা ডেকা ল'ৰা বোৰক দেখি উগ্ৰসেন কাকতিয়ে কেতিয়াবা — এইদৰে পৰি মৰিবলৈ কিঁ বাঘৰ আগ ভেলে খাইছে বুলি ঘৰতে উগ্ৰমূৰ্ত্তি ধৰে।

কাকতিৰ ঘৰটো টিনৰ আসামটাইপ হ'লেও দুৱাৰ খিড়িকী যথেষ্ট আছে আৰু ঘৰৰ ভিতৰত পোহৰ আৰু বতাহ যথেষ্ট পৰিমাণে থাকে। তেখেতৰ বৈঠকখানাত থকা কাঠৰ আচ্-বাব, খিলাক সদায় সযতনে থকা কাৰণে চিকুণকৈই থাকে। তেওঁৰ চকী-চোকা আদি আধুনিক ধৰণৰ হ'লেও বেচ গাম্ভীৰ্য্যপূৰ্ণ। কোঠাটোত সোমালেই কাকতিৰ সাত্বিক মন আৰু চিন্তাধাৰাৰ উমান পোৱা যায়। কাকতিয়ে ডিভানখনৰ ওপৰতে বহি সাধাৰণতে লিখা পঢ়া কৰে। তাৰ কাষৰ টেবুলখনতে গীতা-উপনিষদ আদি তত্ত্বগধুৰ দুই চাৰিখন গ্ৰন্থ সদায় থাকে। এই কোঠাটোত সোমাওঁতেই চকুত পৰে সন্মুখৰ বেৰখনত সুন্দৰকৈ বন্ধাই আঁৰি থোৱা মহাপুৰুষ মাধৱদেৱৰ এশাৰী অমৃতময় বাণী,—

"মধুৰতো সুমধুৰ— হৰিৰ কীৰ্ত্তন ৰস
মঙ্গলৰো পৰম মঙ্গল
এতেকেসে মুকুতিকো তেজি হৰি গুণে গায়
ফুৰে সদা মহন্ত সকল।"

আমিমাই অকলশৰে সেই চোফাখনত বহি ওচৰৰ কোনো ঘৰৰ পৰা কোনো মাত কথা শুনিব বুজিব পাৰিলে সেই ঘৰটো সাহসৰ ওপৰত এটুকুৰা অকলশৰীয়া ঠাইত। ঘৰৰ ভিতৰৰ পৰাও ল'ৰা ছোৱালী ডিঙোতা মানুহৰ মাত কথা তাই শুনা নাই ঠাইডোখৰ যেনে নিজান নিস্তব্ধ ঘৰটোও যেন জেঁকেকৈয়ে শব্দ শূন্য। আমিমাই ভাবিলে— ঘৰত কোনো ডিঙোতা মানুহ নাই বোধ হয়। তাই নিজেও এজনী সাতক ছোৱালীৰ দৰে,— স্বাভাৱিকতে তাইৰ মনতে— সংশয়ৰ ভাব আহিল।

এনেতে দুৱে থাল এখনত অলপ কিবা থোৱা বস্তু আৰু কেতুঁআটোৰ কাৰণে একাপ পানীৰ আনি আমিমাৰ আগত কি কৰে— সকাইকেও নই নিদবে পাৰিছো দিছে থাওক। আমাৰ

[illegible] নিজৰ ঘৰতে আৰু কোনো নাই।” বুলি এনে সি অলপ দুখভৰা সুৰত কথাবাৰ ক'লে। আমিনাই খুব জোৰ পিয়াহত আছিল। তাইৰ টোপোলাটোৰ পৰা কেঁচুৱাক গাখীৰ খুওৱা বটলটো উলিয়াই তাক অকণমান গাখীৰ খুৱাই নিজেও চাহ কিনি খালে। কেচুৱাটোৱে গাখীৰ খাই খন্তেক পিছতে লাল-কাল দি চোতালখনতে শুই পৰিল। এনেতে কাকতি ওলাই আহি তেওঁ সদায় বহা চকীখনতে বহিলহি।

—তোমাৰ নামটো আমিনা বুলি কৈছিলা নহয়?

—হয় বাবা। মোৰ পূৰা নাম আমিনা খাটুন।

—তোমাক মই তুমি বুলিয়ে মাতিছো; মোৰো ছোৱালীজনী থকা হলে তোমাৰ বয়সৰে হ'লহেঁতেন। কিন্তু ভগৱানে তাইক আঁতৰাই নিলে। তাইৰ বেজাৰত কান্দি কান্দিয়েই মাকেও বিদায় ল'লে। মোৰ ডাঙৰ ল'ৰা দুটা বিয়া বাৰু কৰাই আঁতৰি আছে এই সব ল'ৰাটোক লগত লৈ সন্ন্যাসীৰ দৰে মই জীৱন-যাপন কৰি আছো।

আমিনাই বহাৰ পৰাই দেখিলে ধুনে দুহাতে দুবাল্টি পানী লৈ আহিছে। বোধকৰো গা ধোৱা ঘৰতে থবলৈ। অলপ পিছতে তাই দেখিলে সি কিছুমান কাপোৰ কানি লৈ কৰবাত থৈছেগৈ। কাকতিৰ ঘৰত বহা কোঠাটোৰ বাহিৰে তেওঁৰ শোৱা কোঠাটো আৰু তাৰ লগতে লগা এটা কোঠা আছে। তাতে ধুন থাকে। দেউতাকৰ পৰামৰ্শমতে নিজৰ কাপোৰ কানি আৰু লাগতিয়াল বস্তু কেইটা নিজৰ কোঠাৰ পৰা আনি কাকতিৰ শোৱা কোঠাতে থৈ নিজৰ কোঠাটোতে বিচনা পত্ৰ পাৰি আমিনাক থাকিবলৈ দিবলৈ ব্যৱস্থা কৰি দিছে। এইবাৰ কাকতিয়ে ক'লে— “আমিনা তুমি কেঁচুৱাটিক লৈ জিৰণিলৈকে যোৱা। তোমাৰ কাৰণে এটা কোঠাত বিচনা পত্ৰও যোগাৰ কৰি থৈছে। গা-ধোৱা ঘৰত

পাখীও আছে, তুমি বোবা, তুমি গাপা খুই কিবা একাপ খাই জিৰোবাহঁক । "অযাচিতে এনে মমতাৰ পাই আমিনাই হৃদয়ত মৰ্ম চুৰি পোৱাদি পালে । কিন্তু ভিতৰলৈ সোমাই যাবলৈ অকাৰণ সংকোচ কৰি থাকলৈ খিৰিকিও খোলেক খমকি ৰ'ল । কাকতিয়ে ক'লে "তুমি যেখোন খমকি ৰ'লা কি হ'ল ?" অতি বিনয় ভাৱেৰে আমিনাই ক'লে— "বাবা, আমি মুছলমান মানুহ" কথাষাৰ শুনিয়েই কাকতিয়ে খপকৰে ক'লে,— "আমিনা, আল্লাই কাৰোবাক হিন্দু, মুছলমান কৰি সৃষ্টি কৰিছে জানো ? তুমি একো এটি মোখোৰাকৈ, কেচুৱাটি বুকুত বান্ধি বেলত চকুত টিপ মমৰাকৈ এইখিনি পাইছাহি । তুমি হিন্দুনে মুছলমান তুমি ক'ব কি এইবোৰ কথা মোক এতিয়া নালাগে । অতিথিক অকণমান আশ্ৰয় দিয়াটো মোৰ ধৰ্ম । মই আগেয়ে কৈছো তুমি মোৰ ছোৱালীৰ নগৰ ছোৱালী । এতিয়া তুমি ভিতৰলৈ যোৱা আৰু মোৰ ছোৱালীৰ দৰে থাকা । আৰু অসুবিধা-সুবিধা হ'লে তাইটি বুলি মাত দিলেই খুব তোমাৰ ওচৰলৈ "যাব— কি লাগে তাকে ক'বা ।"

এইবাৰ নিঃসংকোচ মনেৰে আমিনা এখোজ-দুখোজ কৈ ভিতৰলৈ সোমাই গ'ল ।

## পঞ্চম অধ্যায়

লাহে লাহে আমিনা কাকতিৰ ঘৰৰে একজনী যেন হৈ পৰিছে । কিন্তু কাকতিয়ে ৰাতি তাইৰ মুখত উস্-আস্ কৰা শুনে আৰু কেতিয়াবা যেন তাই কান্দেও । কাকতিয়ে এদিন ৰাতি কাষৰ কোঠাতে শুই থকা আমিনাৰ মুখত উস্-আস্ শব্দ শুনি বিচনাতে বহি আমিনা শোৱা কোঠাটোলৈ কাণ দিলে— সেই ৰাতি তেওঁ সঠিককৈ জানিব পাৰিলে— আমিনাৰ কিবা এটা বিষম

হৈছে । তেওঁৰ মনতো বহুত চিন্তা আহিল । একেবাৰে মকনা ডুকুৰা অটিনাকী কম বয়সীয়া সন্তানৰ মাতৃক তেওঁৰ ঘৰত সুমুৱাই লৈছে যদি অথবাও কিবা এটা হয় তেওঁৰ বৰ বিপদ হ'ব । আমিনাক সুধিলে মাত্ৰ কয়— "বাবা, আপুনি চিন্তা নকৰিব, মোৰ একো হোৱা নাই ।" কেতিয়াবা গাটো অলপ বেয়া লাগে ।" আমিনাই 'বিমাৰেই' কথাটো পাতলাব খোজে কাকতিৰ চিন্তা গিমানেই বেছি হৈ পৰে । তেওঁ চিন্তা কৰে কিন্তু কি কৰিব ভাবি নাপায় । এইদৰে ভবা চিন্তা কৰি থাকোতেই এদিন তেওঁৰ খুলশালী তিলোত্তমা তেওঁৰ ঘৰলৈ আহিল । তিলোত্তমা মহন্ত এগৰাকী স্ত্ৰীৰোগ বিশেষজ্ঞা ডাক্তৰ । তেওঁ তিনিচুকিয়েৰ কাকতিৰ খা-খবৰ লবলৈ মাজে সময়ে আহে । আজি তিলোত্তমা অহাত কাকতিয়ে যেন উশাহহে পালে । তিলোত্তমা তেওঁৰ ওচৰ পাওঁতেই কাকতিয়ে কলে— 'তুমি আহি মোক এটা ডাঙৰ উপকাৰ কৰিলা ।"

—"কিনো হ'ল কওঁকচোন ভিনদেউ ।"

—"আমিনা নামৰ বাংলাদেশৰ পৰা ভাগি অহা ছোৱালী এজনী তাইৰ কেঁচুৱাটোৰ সৈতে ইয়াত আছেহি— তাইৰ কিবা অলপ অসুখ-বিসুখ আছে যেন পাইছো, কিন্তু মোক ক'বলৈ বেয়া পায় হবলা মনত । তাইক অকণমান চাই দিবাচোন ।"

—"ভিনদেউ, আপুনি আকৌ এজনী গোটালেহি হ'বলা । আপোনাৰ ঘৰখন অনাথ আশ্ৰম পাতিছে নেকি ? বাইদেউ থাকোতেই অনাথিনী নিৰ্মলাক খুৰাই-খুৰাই ভাবৰ দীঘল কৰি তাইৰ ভালকৈয়ে সংস্থাপন কৰি এঘৰলৈ উলিয়াই দিলে, কেঁচুৱাতে মাকিকক আনি দুটা খাম পঢ়াই তলাই অফিচৰ পিয়ন কাম দি কুসুমমালাৰ ছোৱালী ওকুৰীৰ লগত লগ লগাই দিলে । অ,' ভিনদেউ, ওকুৰী ভালে আছেনে ?"

—"ভালেই আছে তিনু । তাই খুব ভালকৈ আছে । বিহুত

ছুৰিটো আছি মোক গামোচা এখন দি সেৱা এটাও জনাই গৈছেহি। অ' তাইৰ কেচুৱাটোও এতিয়া ডুবডুবীয়া হ'ল, সি মাকৰ চেহেৰা-টোকে লৈছে।"

"তিনদেউ, মোৰ সিহঁতলৈ বৰ মনত পৰে। বিশেষকৈ শুকুৰীৰ মাকজনীলৈ। তেওঁ গাঁৱৰে জীয়ৰী গাঁৱতে আদ বয়স গ'ল, লিখা পঢ়াও নাজানে। কিন্তু তেওঁৰ কথা বাৰ্তা, চাল-চলন আমাতকৈ কোনো গুণেই নিম্নগামী নহয়; এগৰাকী নাৰীৰ সকলো গুণেই তেওঁৰ গাত আছে। বাৰু তিনদেউ ছোৱালীজনীক মাতক চোন, তাইৰ নো কি হৈছে চাওঁ।" বহি থকাৰ পৰাই কাকতিয়ে ভিতৰৰ দুৱাৰৰ ফালে চাই মাতিলে,—

"আমিনা তুমি অকণমান এইফালে আহাচোন," ভিতৰৰ পৰাই তাই উত্তৰ দিলে— 'গৈছো দেউতা'।

তিলোত্তমাই অকণমান কৌতুহলেৰে এইবাৰ সুধিলে "তিনদেউ, আমিনা নামটো সাধাৰণতে মুছলমান সকলৰ ছোৱালীৰহে নাম।"

"হয় তিলু, মুছলমান ছোৱালী।"

এনেতে আমিনাই ট্ৰে এখনত ভালকৈ সজাই পৰাই একাপ চাহ, এটা চানাৰ মিঠাই আৰু দুটামান বিস্কুটৰ সৈতে প্লেট এখন তিলোত্তমাৰ সন্মুখত থৈ এটি নমস্কাৰ জনালে। ইয়াৰ পিছত কাকতিক এগিলাচ বেলৰ চৰ্বত আনি দিলে। চাহ চৰ্বত খোৱা হ'লত কাকতিয়ে ক'লে— 'তিলু, এতিয়া তুমি আমিনাৰ লগত কথা-বাৰ্তা হোৱা, পিছত লগ পাম' বুলি কাকতিয়ে বাহিৰলৈ ওলাই খোলা দুৱাৰখন বন্ধ কৰি দি ভিতৰলৈ সোমাই গ'ল।

তিলোত্তমাই আমিনাক সুধিলে, "এতিয়া কোৱাচোন, তোমাৰনো কি অসুখ বিসুখ হৈছে।" আমিনাই ব্যগ্ৰতাৰে মূৰ দুলাই সকলো কথা ক'লে।

"বাৰু এতিয়া তুমি এই বিছনাখনতে আৰামকৈ

শোৱাচোন, মই অলপ পৰীক্ষা কৰি চাওঁ।" ইয়াৰ পিছত তিলোত্তমাই খুব ভালকৈ সকলো পৰীক্ষা কৰি ক'লে— এতিয়া উঠা।

আমিনা উঠি বহিল।

এতিয়া কোৱাচোন, তোমাৰ কেচুৱাটো হোৱা কিমান দিন হ'ল?

প্ৰায় দুবছৰ।

তোমাৰ মাহেকীয়া ঠিক মতে হৈ আছেনে?

মাজে সময়ে অলপ বিশৃঙ্খলিত হয়।

তোমাৰ এই সন্তানটি হোৱাৰ আগে পিছে কিবা অসুখ বিসুখ হৈছিল নেকি? যদি হৈছিল কি হৈছিল?

আমিনাই এনেকুৱাবোৰ প্ৰশ্নৰ সন্মুখীন হ'ব লাগিব বুলি ভাবিব পৰা নাছিল। ডাক্তৰ তিলোত্তমায়ো পৰীক্ষা কৰি চাই আমিনা যে কেতিয়াও সন্তানৰ মাতৃ হোৱা নাই সেই কথা ধৰিব পাৰিছিল। ডাক্তৰৰ প্ৰশ্ন শুনি আমিনাৰ মুখৰ মাত হেৰাল। তিলোত্তমাই পুনৰ ক'লে— "ডাক্তৰৰ ওচৰত ৰোগীয়ে কোনো কথা গোপনে ৰাখিব নাপায়, সকলো কথা খুলি নকলে চিকিৎসাবো বিভ্ৰাট ঘটিব পাৰে। বিপদো হ'ব পাৰে।"

আমিনাই অলপ সংকোচ কৰি কলে, - "মই আপোনাক সকলো কথা কও বাৰু, আপুনি কিন্তু কাকো নক'ব।" তিলোত্তমাই উত্তৰ দিলে—"এজন ৰোগীৰ কথা আন এজনক কোৱাটো চিকিৎসা শাস্ত্ৰৰ পৰিপন্থী। কোনো ডাক্তৰেই এজন ৰোগীৰ কথা আনক কেতিয়াও নকয়, কোৱাটো অন্যায়।" এইদৰে কৈয়েই তিলোত্তমাই তেওঁৰ এখন হাত আমিনাৰ কান্ধৰ ওপৰত থৈ মৰমেৰে সুধিলে—"চোৱা আমিনা, মই তোমাৰ নিজৰ বাইদেউৰ বয়সৰ। তোমাৰ শুভাকাঙ্ক্ষী আশ্ৰয়দাতা কাকতি মোৰ নিজৰ ভিনদেউ। মোৰ আগত কোনো কথা গোপনে নাৰাখি খোলা-খুলিকৈ কোৱা।"

সকলো মৰম চেনেহৰ পৰা বঞ্চিত হৈ জাগি অহা আমিনাই তিলোত্তমাৰ মৰম আৰু আদৰ পাই চকুৰ পানী বোৱাব নোৱাৰিলে। ইয়াকে দেখি তিলোত্তমাই সান্ত্বনা দি ক'লে, "তোমাৰ বয়সৰ ছোৱালী এজনীয়ে নিজ দেশ এৰি স্বজন পৰিজন এৰি পৰ দেশত আহি পৰৰ আশ্ৰয়ত দিন কটাব লগা হোৱাৰ কাৰণে তোমাৰ মনৰ অৱস্থা কেনেকুৱা হ'ব পাৰে— মই ভালকৈ বুজিব পাৰিছো। তিনদেউ এজন উদাৰ মনৰ জ্ঞানী-গুণী লোক। এখেতৰ লগত থাকিলে তোমাৰ কোনো চিন্তা নাই। মইও তিনদেউৰ খবৰটো লওঁ বুলিয়ে ইয়াত সোমাইছিলো। চিন্তা নকৰিবা মোক এতিয়া কোৱা। তোমাৰ বিয়া হৈছিল নে নাই?"

—"আল্লাৰ গুচৰত হৈছিল।"

—'মানে?'

খন্তেক বৈ আমিনাই ক'লে—"ফিৰোজ ইচ্লাম নামৰ এজন ডেকা ইঞ্জিনিয়াৰে মোক প্ৰলোভন দেখুৱাই বিয়া কৰাম বুলি কথা দিছিল। তেতিয়া মই কলেজীয়া ছাত্ৰী। মইও খোদাৰ আগত তেওঁক বিয়া কৰাবলৈ ৰাজী হৈছিলো। কিন্তু পিছত তেওঁ মোক প্ৰতাৰণা কৰিলে। আমাতকৈ বহুত ধনী মানুহ এজনৰ ছোৱালী মোৰেই বান্ধৱী মেহেৰুন্নিচ্ছাক বিয়া কৰালে। মোৰ বিয়া নহ'ল।

—'তেন্তে এতিয়া কোৱা, তোমাৰ লগত অনা কেচুৱাটো কাৰ সন্তান? তুমি চুৰ কৰি আনিছা নেকি?" আমিনাই তিলোত্তমাৰ এই কথাষাৰ শুনি বৰ দুঃখিত হ'ল। তাই বৰ দুখ মনেৰে ক'লে,— "মই কেচুৱাটো চুৰ কৰি অনা নাই। জীৱনত আজিলৈকে এটা পইচাও কাৰো পৰা চুৰ কৰি পোৱা নাই। মোৰ প্ৰকৃত অৱস্থা নুবুজি মোক চুৰ কৰাৰ বদনামৰ ভাগী কৰাত মই অন্তৰত বৰ দুখ পাইছো। বাইদেউ, কিন্তু মই আজি বুজিব পাৰিছো মই কি অৱস্থাত পৰিছো এইদৰে মই লাটি কাৰেই মই

জীয়াই থাকিব লাগিব। কিন্তু কাৰ কাৰণে জীয়াই আছো কোনে বুজিব ? কোনে বুজিব !! মোৰ সোনটো বুকুত নথকা হলে কেতিয়াবাই নদীত জাপ দি মৰিগলো হেতেন। কথাখিনি কওঁতেই তাইৰ দুই চকু চকুৰ পানীৰে চলচলীয়া হৈ পৰিল। তাইক দুখ কৰি অনা বুলি কথাষাৰ মুখৰে কৈ পেলোৱা তিলোত্তমায়ো মনতে দুখ পালে।

— "আমিনা 'চুৰি' শব্দটো মই ক'ব নেলাগিছিল, মোৰ ভুল হৈছে। মই মাত্ৰ জানিবলৈ ইচ্ছা কৰিছিলো কেচুৱাটো তুমি কেনেকৈ পালা ? বাৰু, আৰু বেজাৰ নকৰিবা, এতিয়া আচল কথাটো কোৱাচোন।" চকু পানী মচি মচি আমিনাই ক'লে - 'বাইদেউ মই সকলো কথা ক'ম। আপুনি খং নকৰিব।" তাই কৈ গ'ল— "পাকিস্থানী সৈন্যই এদিন আমাৰ গাওঁখন আগুৰি ধৰিলে— ঘৰ দুৱাৰ বিলাক জুই লগাই দিলে- বহুত মতা মানুহ মাৰিলে— তিৰোতা মানুহ বহুতকে ধৰি লৈ গ'ল। আমি কেইজনীমান সেইদিনা অন্য এখন গাৱৰ এটা উৎসৱলৈ গৈছিলো। আমাৰ গাৱত এই দিশৰ্যৰ কথা শুনি আমি কিছুমানে নিজ গাৱলৈ উভতি নগৈ হাবিয়ে বননীয়ে পলাই এই দেশলৈ আহিবলৈ যত্ন কৰিলো। প্ৰাণৰ ভয়ত কেৱালাকো কেনাইক্ষণৰে একেসজ কাপোৰকে পিন্ধি আমি আহিব লগাত পৰিছিলো। মোৰ লগতে এই কেচুৱাটো লৈ মাক মোৰ বান্ধৱী মেহেৰুনিছাও আহিছিল। আমি দুয়োজনী বহুদূৰ বাট কষ্ট কৰি খোজ কাঢ়ি আহোতে খুব ভাগৰি পৰিছিলো। সেই কাৰণে এই কেচুৱাটো কেতিয়াবা তাইৰ কোলাত আৰু কেতিয়াবা মোৰ কোলাত লৈ আহি আছিলো। কিছুমান ইছলামিক জোৱ পথা কাঢ়ি দি মেহেৰুনিছাক নিয়া পথাত তাইৰ প্ৰতি দি হিংসা দিলে আৰু দুখাৰ ভাবে মোৰ অন্তৰ আগুৰি ধৰিছিল। এই কথা বিপদত পৰি তাইৰ প্ৰতি মোৰ সেই ভাৱ কোৱা হৈ"

পৰিল। বিশেষকৈ তাইৰ মৰম লগা কোলাৰ কেচুৱাটোৰ প্ৰাণ ৰক্ষাৰ কাৰণে। কিন্তু এনেকৈ আহি থাকোতে থাকোতে আমি এই দেশ পোৱাৰ কিছু আগতে হঠাতে এখন ডাঙৰ মিলিটেৰী গাড়ীত আহি কিছুমান পাকিস্থানী সৈন্যই আমাক আগুৰি ধৰিলে। আমি পলাই সাৰিবৰ তেতিয়া কোনো উপায় নাছিল। উন্মত্ত কেইটামান সৈনিকে গাড়ীৰ পৰা জপিয়াই প্ৰথমে আমাৰ লগৰ আটাইকেইজনী গাভৰু ছোৱালীকে কাপোৰ কানি টানি চুলিত ধৰি জোৰকৈ চোচোৰাই নিযাদি নি সিহঁতৰ গাড়ীত তুলি ললে। মোৰ বন্ধু মেহেৰকো গাভৰু বুলি সিহঁতৰ লগত লৈ গ'ল। কোলাত বোধকৰো কেচুৱা থকা দেখি মোলৈ চকু নিদি আৰু বোধকৰো গাড়ীতো ঠাই নোহোৱা হ'লত মোৰ দৰে লগত কেচুৱা থকা আন কেইজনীমানকো এৰি থৈ সিহঁতক লৈ যাবলৈ ওলাল। মেহেৰে 'বাবা' 'বাবা' বুলি এই কেচুৱাটোলৈ চাই অতি কাতৰ ভাবে চিঞৰোঁতে তাইক নিষ্ঠুৰ ভাৱে এটা চৰ মাৰি গাড়ীৰ ভিতৰলৈ সিহঁতে ঠেলি সুমুৱাই নিয়া দেখিলো। সিহঁতক গাড়ীত ভৰাই লৈ অট্টহাস্য কৰি সেই পাষণ্ডহঁত আতঁৰি গ'ল। ইয়াৰ পিচত মেহেৰহঁতৰ কি গতি হল ক'লৈ গ'ল আজিও একো ক'ব নোৱাৰো।

"তাৰ পাছত তুমি ক'লৈ গলা?"

'আমি কোনো ৰকমে আহি কুছিয়াৰা নদীৰ পাৰৰ শৰনাৰ্থী শিবিৰত আশ্ৰয় ল'লোহি।'

—"মই বুজিছো তুমি সন্তানৰ মাতৃ হোৱা নাই, তেন্তে তেতিয়া স্তনপায়ী এই শিশুটি কেনেকৈ জীয়াই ৰাখিছিলা?"

—আমিনা নিমাত।

—"কোৱা নোকোৱা কিয়?"

—"শিবিৰত কেবা গৰাকীও নিজৰ সন্তান হেৰুৱাই অহা জিৰোতা আছিল। তেওঁবিলাকৰ বুকুত মই এই কেচুৱাটো এৰি

খৈছিলো,— নানা কৌশলৰে মোৰ দৈহিক অৱস্থাৰ কথা লুকুৱাই ৰাখিছিলো আৰু মোৰ সোণটো এইদৰেই জীয়াই আছিল। এনেতে ভিতৰত কেচুৱাটোৰ কান্দোন শুনি আমিনাই ক'লে—

"বাইদেউ, সোণটোৰ গাধীৰ খাবৰ হ'ল। মই অকণমান আহো, খন্তেক আপুনি বহক, মোৰ বাবে বা কি ঔষধ পাতি দিয়ে ?"

ডাক্তৰ তিলোত্তমাই কলে, "তুমি একো চিন্তা নকৰিবা। তোমাৰ বিশেষ একো হোৱা নাই, মাত্র মনটো অলপ আনন্দময় কৰি ৰাখিবলৈ যত্ন কৰিবা। বাকু এতিয়া তুমি যোৱা। ভিনদেউক পঠাই দিয়াগৈচোন।"

"নমস্কাৰ বাইদেউ। বহুত ধন্যবাদ।"

—"নমস্কাৰ"

কাকতি ওলাই আহিল।

—"কি পালা তিলু ?"

—"ভিনদেউ, আপুনি একো চিন্তা নকৰিব। আমিনাৰ একো হোৱা নাই। মাত্র তাইৰ কিছু মানসিক চিন্তা হৈছে, লগতে পুষ্টিহীনতাত ভুগিছে। মই এটা দবৱ আৰু এটা টনিক লিখি দিছো—এই কেইটা অৱশ্যে অলপ দামী। মোৰ হাতত চেম্পোল হিচাবে পোৱা এই দুযোটাই আছে। ধুনক পঠাই দিব মই তাৰ হাততে দি পঠাম। কিনিব নালাগে। ভিনদেউ, আমিনা কেতিয়াও মাতৃ হোৱা নাই আৰু বৰ্ত্তমান তাই সন্তান সম্ভৱাও নহয়। তাইৰ লগত থকা কেচুৱাটো তোলনীয়াহে। নিজৰ নহয়— তাইৰ বান্ধৱীৰ হে সন্তান।"

ডাক্তৰ শ্ৰীমতী মহন্তৰ কথা শুনি কাকতি নিশ্চিন্ত হ'ল।

—"আপুনি এতিয়া কেনে আছে ভিনদেউ ?"

"মই ভালেই আছো, বাতিপুৱা আৰু আবেলি অকণমান

খোজো কাঢ়িব পাৰিছো ।

তথাপি আপুনি মই কোৱা ভিটামিন পিল কেইটা নিয়মীয়াকৈ খাই থাকিব । এই বয়সত আহাৰৰ বাহিৰেও এটা ভিটামিন খাই থকা ভাল । এতিয়া মই আহোঁহে ।"

"বাৰু যোৱা, মাজে মাজে আহি থাকিবা দেই । দৰকাৰ হলে কিবা এটা জনাবলৈকো আজি কালি প্ৰায়েই ফোনটোও বেয়া হৈ থাকে ।"

—"আজি কালিনো ফোনৰ কথা কি কব জিনদেউ ।" এজন ছচিঅ'লজিষ্টে টেলিফোনৰ ব্যাখ্যা দি কৈছে— ডি টেলিফোন ইজ্ দি গ্ৰেটেষ্ট নুইচেঞ্চ এমং কন্ভিনিয়েঞ্চ এণ্ড ডি গ্ৰেটেষ্ট কন্ভিনিয়েঞ্চ এমং নুইচেঞ্চ ।" ( The Telephone is the greatest nuisance among convenience and the greatest convenience among nuisance)

"তুমি ঠিক কথাষাৰকে কৈছা জিলু- " বুলি কাকতিয়ে এটা খোলা হাঁহি মাৰিলে । জিলোত্তমায়ো হাঁহি মুখেৰে বিদায় ললে ।

## ষষ্ঠ অধ্যায়

সেইদিনা দেওঁবাৰ । কাকতিয়ে ঘৰৰ আগৰ মুকলি ঠাই খিনিতে চকী এখনত বহি দূৰৰ ফালে কোটোকাৰে চাই অহা ব্ৰহ্মপুত্ৰলৈ চাই চাই কিবা চিন্তাত যেন মগ্ন । বমনীখনত ঠুনুক ঠানাক মাতেৰে আমিনাৰ কেচুৱাটো এখোজ-দুখোজকৈ খোজ কাঢ়ি আকৌ কেতিয়াবা পৰি ধৰিও ওমলি আছে । আমিনাই তাকে লক্ষ্য কৰি যেন কিবা এটা মনৰ তৃপ্তিত খন্তেকৰ কাৰণে হলেও তাইৰ দুখ বেদনাৰ কথাবোৰ পাহৰি গৈছে । ধনৰ কেচুৱা কাও

কাৰখানাবোৰ কাকতিকো দেখুৱাবলৈ আমিনাই মাত্ত লগালে—

"চাওঁকচোন দেউতা; ধনটোৱে কি কৰিছে।"

তাকে চাই কাকতিৰ চিন্তান্বিত মনটোৱেও যেন অকণমান আনন্দ পালে। ঠিক এনে সময়তেই নাজিমা আহি ওলালহি। পৰিপাটিকৈ আৰু মাৰ্জিত ভাৱে সাজ পাৰ কৰা মহিলা গৰাকীক দেখি আমিনাই কেচুৱাটো কোলাতলৈ একাষলৈ আঁতৰি গ'ল।

"বৰদেউতা, কি কৰিছে ?" বুলি নাজিমাই কাকতি বহি থকা ঠাইতে থিয় দিলেহি।

"অ, আহা নাজিমা, ভিতৰলৈকে ব'লা। আজি দুদিনমানৰ পৰা মই তোমাৰ কথা ভাবিযে আছিলো।"

দুয়ো ভিতৰত বহিলগৈ। কাকতিয়ে খানবাহাদুৰ আৰু বেগমৰ খা-খবৰ ললে। নাজিমায়ো মাক দেউতাকৰ সকলো খবৰ বাতৰি কাকতিক দিলে আৰু সুধিলে—

"বৰদেউতা, আপুনি দেখোন আমাৰ তালৈ বহুত দিন যোৱা নাই। আপুনি ওপৰ-আসামৰ পৰা বিছুত ফুৰি অহাৰ খবৰ বাবাই পাইছে— আপুনি আমাৰ ঘৰলৈ নোযোৱাত কিবা অসুখ বিসুখেই হৈছে বুলি মোক আজি খবৰ লবলৈ বাবাই পঠিয়াই দিলে।"

"নাই আই, মই ভালেই আছো। কিন্তু এটা নতুন চিন্তাতহে মই অলপ ঘুৰা-ফুৰা কৰিব লগীয়া হৈছে।"— খিৰিকী খনৰ বাহিৰ ফালে বৈ থকা আমিনাৰ কাকতিৰ কথা শুনি মনটো বৰ গধুৰ হৈ পৰিল— ভাবিলে মোৰ যি হৈছে হওঁক, কিন্তু মোৰ লগতে এই সদাশয় বুঢ়া মানুহজনৰ মই চিন্তাৰ কাৰণ হোৱাটো বৰ দুখৰ কথা। কাকতিৰ কোনো মাইকী মানুহ নথকা ঘৰখনত হঠাতে এটি কেচুৱাৰে সৈতে এজনী গাভৰু ছোৱালী দেখি তেওঁনো কোন জানিবলৈ নাজিমাৰ মনটো লকু-লকাই আছিল।

বুদ্ধিমতী নাজিমাই সুবিধা পাই এইবাৰ কলে—

"আপোনাৰ নতুন চিন্তাৰ কাৰণ এই মানুহ গৰাকীয়েই নেকি ?" বহা কোঠাৰ খিৰিকীখনৰ বাহিৰত বৈ কৌতুহলেৰে তেওঁলোকৰ কথা শুনি থাকোতেই আমিনাই লক্ষ্য কৰিছিল নাজিমাৰ কপালত সেন্দুৰৰ ফোট নাছিল তেওঁ নিশ্চয় হিন্দু মানুহ নহয়।

কাকতিয়ে কলে— "হয় আই, তুমি ঠিকেই ধৰিছা, ভগৱানে কি ইচ্ছা কৰি এই দুৰ্ভগীয়া ছোৱালীটি মোৰ ওচৰলৈ পঠিয়াইছে নাজানো। কিন্তু মই এতিয়া তাইক কি কৰো ? বাৰু নাজিমা, তোমাৰ স্কুলখন কেনে চলিছে ?"

—' ভালেই চলিছে ল'ৰা-ছোৱালীও দিনে দিনে বাঢ়ি গৈছে। আজি কালি সকলোৱে ইংলিছ মিডিয়মৰ স্কুলতহে ল'ৰা-ছোৱালী পঢ়াবলৈ ভাল পায়। মই শিক্ষযিত্ৰীৰ অভাৱতহে অলপ ল'ৰা-ছোৱালী লোৱাটো কমাব লগা হৈছে। সিদিনা এলিজা বাইদেউৰ ছোৱালীজনী স্কুলত ল'ব নোৱাৰাত বাইদেউৱে মোক বেয়াই পাইছে। ইফালে নতুনকৈ এম, এ পাছ কৰা ছোৱালীবোৰ আছে। মই লওঁ কিন্তু দুই তিনিমাহ কাম কৰিযে সিহঁত গুচি যায়। ইফালে মোৰ পানী কেচুৱা ছোৱালীজনীক লৈ বৰ অসুবিধাত পৰো। মায়ে তাইৰ অলপ তদাৰক কৰিবৰ কাৰণে বুঢ়ী মানুহ এজনী পোৱাতহে কোনো ৰকমে স্কুলখন চলাই আছো।"

' মিচ হিচাবে বি এ, এম এ পাছ কৰা ছোৱালীক তুমি স্কুলত লোৱা হ'বলা ?"

"হয়।"

"মোৰ হাতত এজনী ছোৱালী আছে। নাম আমিনা খাটুন। পঢ়া-শুনাত বৰ চোকা ছোৱালী মেট্ৰিক আৰু আই এ প্ৰথম বিভাগত পাছ কৰিছে কিন্তু দৈবদুৰ্বিপাকত বি,'এ পঢ়ি থাকোতেই পঢ়া শুনা শেষ কৰিব লগা হ'ল।"

"বয়স কিমান বাৰু ?"

"কিমান হ'ব আৰু বিশ-বাইশ হয়তো হৈছে। তাইৰ এতিয়াও অন্তঃত বি, এ টো পাছ কৰাৰ ইচ্ছা।"

"কামত সোমাই লৈযে যদি বি, এ টো পাছ কৰিব পাৰে তেতিয়া হলে মই নিগাজী কৈ ৰাখিব পাৰিম। ছোৱালীজনীক বাৰু মোৰ ওচৰলৈ পঠিয়াই দিবছোন। মই কথা-বাৰ্ত্তা পাতি চাম। কিছুদিন কাম কৰিবহে।"

"ভগনীয়া হৈ অহা ছোৱালী, কাম পালে আৰু নেৰে। কিন্তু তাইৰ মাতৃ ভাষা বঙ্গালীহে।"

নাজিমাই ক'লে — "মোৰ স্কুলৰ এগৰাকী শিক্ষয়িত্ৰী গোৱাল-পাৰাৰ এটি বঙ্গালী পৰিয়ালৰ। আমাৰ স্কুলৰ শিক্ষাৰ মাধ্যম ইংৰাজীহে, গতিকে ইংৰাজীত বুৎপত্তি থাকিলেই হ'ব।"

কাকতি ভিতৰলৈ উঠি গৈ আমিনাক নাজিমাৰ লগত চিনাকী কৰি দিব বুলি মাতি আহিল।

আমিনাই আলহীৰ কাৰণে চাহ কৰি ইতিমধ্যে নিজ কাজেৰে তৈয়াৰ কৰা অলপ খোৱা বস্তু লৈ নাজিমা আৰু কাকতিৰ সন্মুখৰ টেবুলত থৈ নাজিমাক বিনম্ৰভাৱে এটি নমস্কাৰ জনালে। নাজিমাই প্ৰতি নমস্কাৰ জনাই— "ক'ত্তা, আপোনাৰ কাৰণে নানিলে ?" বুলি সৌজন্যভাৱে প্ৰশ্ন কৰিলে।

আমিনাই— 'মই এইমাত্ৰ খাইছো, আপোনালোকে খাওঁক" বুলি কাষৰ চকী এখনতে বহিল।

নাজিমাই আমিনাক দেখিয়েই বুজিব পাৰিলে তেওঁ আহিয়েই কেচুৱাটোৰ সৈতে দেখা মানুহ গৰাকীয়েই আমিনা। এতিয়া মাত্ৰ তেওঁ পিন্ধা শাৰীখন বদলি কৰি আহিছে। তাইৰ পিন্ধা উৰা; আওঁ ভাৱ আৰু মাত কথাৰ পৰা নাজিমাই ধাৰণা কৰিব পাৰিলে আমিনা নিশ্চয় কোনো ভদ্ৰ ঘৰৰ ছোৱালী।

নাজিমা কাকতিৰ বন্ধু খানবাহাদুৰৰ বৰ জীয়ৰী। এম, এ পাছ কৰি নিজে এখন স্কুল প্ৰতিষ্ঠা কৰি তাৰ অধ্যক্ষা হিচাবে কাম চলাই আছে। নাজিমাৰ লগত আমিনাক কাকতিয়ে চিনাকী কৰি দিলে। নাজিমা আৰু আমিনাই দুয়ো-দুয়োকে যথাযথ ভাৱে সম্ভাষণ জনালে আৰু কথা প্ৰসঙ্গতে অমিনাৰ যে এটি সন্তান আছে তাকো ক'লে।

নাজিমাই ক'লে— "কাকতি খুৰদেউতাই আপুনি স্কুলত কাম পালে কৰিব বুলি কৈছে। কিন্তু কাম কৰিবলৈ হলে অন্ততঃ বি, এ টো পাছ কৰিব লাগিব। এয়ে স্কুলৰ নিয়ম। আপুনি নিশ্চয় বি, এ পাছ কৰিব পাৰিব; তেতিয়ালৈকে আপুনি অস্থায়ী ভাৱে কাম কৰক। খুৰদেউতাই কৈছে আপুনি কাম পালেই যেগেতে আতৰি নাযায়। মই খুৰ দেউতাৰ কথা মতে আপোনাক সহায় কৰিবলৈ ওলাইছো আপুনিও মোৰ লগতে নিজৰ অনুষ্ঠান বুলি নিশ্চয় সহায় কৰিব বুলি আশা কৰিছো।"

নাজিমাৰ কথাৰ পৰা অকণমান সকাহ পাই আমিনাই এইবাৰ ক'লে—

"বাইদেউ, মোক যদি কামটো দিয়ে, মই কৃতজ্ঞ হ'ম— মই বি, এ পাছ কৰিব পাৰিম আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে মই আপোনাৰ ওচৰৰ পৰা আঁতৰি কেতিয়াও নাযাওঁ। ইয়াকে নকৰিলে কাকতি বাবাই মোৰ কাৰণে যিখিনি কৰিছে আৰু যিখিনি কৰিবলৈ ওলাইছে— বিশ্বাস ভঙ্গৰ অপৰাধত অপৰাধী হ'ব লাগিব।"

"মই আপোনাৰ কথা শুনি বৰ ভাল পালো খাটুন।"

আমিনাই অলপ সময় মাটিলৈ চাই নিমাত হৈ ৰ'ল।

"আকৌ কি ভাবিছে?"

"স্কুলত কাম কৰিলে কেচুৱাটোক লৈ স্কুলৰ ওচৰতে ক'ৰবাত

থাকিব লাগিব— ক'ৰবাত এতিয়া ভাৰা ঘৰ পাম জানো ? মই যে অকলশৰীয়া হৈ থাকিব লাগিব··· ··· ··· ··· ।"

নাজিমাই ক'লে— "বাৰু আমি সেই বিষয়ে কিবা এটা কৰি দিম— চিন্তা নকৰিব ।"

"ৰবদেউতা, মই এতিয়া উঠো । আপুনি পিছে আমাৰ তালৈ কেতিয়া যাব ?"

"মই পৰহিলৈ আবেলি মানে এপাক মাৰিম বাৰু।"

"বাবাই বৰ ভাল পাব ৰবদেউতা" বুলি কৈ আমিনাৰ বাহুত হাতখন দি আদৰ কৰি নাজিমা গলগৈ ।

## সপ্তম অধ্যায়

এদিন আবেলি পৰত খানবাহাদুৰ আৰু চাহেবা বেগমে ঘৰৰ আগফালৰ বাৰাণ্ডাত বহি কথা পাতি আছে । খানবাহাদুৰে হঠাতে ক'লে—

"চোৱাচোন, ইমান ফেনে-ফোটোকাৰে ওফন্দি থকা ব্ৰহ্মপুত্ৰ খন এতিয়া কেনেকৈ শুকাই তৰাং হৈ পৰিল । গোটেইখন বালিময় হ'ল । পানীৰে উপচি থকা উৰ্ব্বশীৰ ওচৰলৈকে পানী প্ৰায় নায়েই ।"

হুমুনিয়াহ এটা কাঢ়ি বেগমে ক'লে, 'কি কৰিব এয়ে প্ৰকৃতিৰ লীলা । আমিওটো এদিন এনেকৈযে শুকাই খীনাই নাইকীয়া হৈ যাম ।"

বেগমৰ কথা শুনি খানবাহাদুৰে ক'লে— "তুমি সদায় কিবা এটা কথা ওলালেই নিজৰ গালৈ কিয় টানি নিয়া ?"

বেগমে টপৰাই উত্তৰ দিলে,—

"আপুনিনো হোৱাই নোহোৱাই এই অমঙ্গলীয়া কথাবোৰ

কিয় উলিয়াই থাকে ? খোদাই যি কেইদিন জীয়াই ৰাখে সেই কেইদিনহে আমি থাকিব পাৰিম। আৰু শুনক, আমাৰ জীৱনটো আৰু দুদিনমান দীঘলীয়া কৰাটোতকৈ জীয়াই থকা দিনকেইটা প্ৰাণৱন্ত আৰু সজীৱ কৰি ৰখাটোহে আচল কথা।"

বেগমৰ মুখত এই কথা শুনি খানবাহাদুৰে তেওঁৰ মুখলৈ চাই ৰ'বধ লাগিল আৰু ক'লে—

"তুমিনো এইবিলাক কথা ক'ত পালা।"

"আপুনিয়ে এদিন কোনোবা এজন এলেক্সিচ কেৰেল (Alexis Carrel) নামৰ বিজ্ঞ লোকৰ উক্তি বুলি মোক কৈছিল মহয়।"

"তোমাৰ ইমান কথা মনত আছে ?"

"মুকুতা পণ্ডিতে সকতে পঢ়োৱা এষাৰ কথা মোৰ এতিয়াও মনত আছে শুনকচোন—

'ভাল কথা আজি পাঠ হ'ল শেষ,
এতিয়া ওচৰ চাপি শুনা উপদেশ।
যিখিনি পঢ়িছা তুমি মনত ৰাখিবা,
সদায় মনত ৰাখি জীৱন গঢ়িবা।"

এনেকুৱা ভাল ভাল কথাবিলাক এতিয়াও আমাৰ মনত আছে। আজিকালি এইবোৰ কথা স্কুলত ল'ৰা-ছোৱালীবিলাকক নিশিকায় কিয় ?"

খানবাহাদুৰে হাঁহি মাৰি ক'লে—

"সচাই, এই কথাবিলাক বৰ সুন্দৰ আছিল। কিন্তু এতিয়া সেই ৰামো নাই, অযোধ্যাও নাই— মই কিনো ক'ম। বাৰু এতিয়া মই মোৰ মনলৈ অহা এটা কথা কওঁ। এদিনতো আমি এই সংসাৰ এৰি যাবই লাগিব। এতিয়া কোৱাচোন চাওঁ, অৱসাৰ বিষয়ে কি চিন্তা কৰিলা ?"

"কিনো কম, মই তাইক এদিন বিয়াৰ কথা উলিয়াইছিলো কিন্তু তাই বিয়াৰ নামেই নুশুনে।"

খানবাহাদুৰে ক'লে,—

"মাক দেউতাক নাইকিয়া বাগানৰ বন্নুৱাৰ ছোৱালী তাই। ইয়াতে তাইক নিজৰ ছোৱালীৰ দৰে ডাঙৰ দীঘল কৰিলো। তাইক এটা সংস্থান কৰি দিয়াটো আমাৰ ডাঙৰ কৰ্ত্তব্য। তাইৰ ভৱিষ্যতটো আমাৰ অবিহনে কি হ'ব?"

"আপুনি বাক চিন্তা নকৰিব। আল্লাৰ কৃপাত তাইৰ ভৱিষ্যত ভালেই হ'ব। এনেতে নাজিমা আহি পিযলা এটাত কিবা অকণমান দেউতাকৰ হাতত দি ক'লে,—

"বাবা, এইকণ বাবৰি কৰিছিলোঁ। খাওঁকচোন।"

খানবাহাদুৰৰ বাবৰি খোৱাটো এটা বৰ চখ। জীয়েক নাজিমাই ভালদৰে জানে। পিযলাটো হাতত লৈযে—

"তুমিও জানো অকণ মান নোখোৱা" বুলি বেগমলৈ চালে। নাজিমাই ক'লে—

"মায়ে মযে পিছত একেলগে খাম। আপুনি খাওঁকচোন।"

খানবাহাদুৰৰ ডাঙৰ ঘৰটোৰ ওপৰ তলাৰ চাৰিটা কোঠা নাজিমাক এৰি দিছে তাইৰ সৰু পৰিযালটো তাতে থাকে।

"পিছে বাবা, মই আপোনাক এটা কথা ক'ব খুজিছো।" ডাঙৰ জীয়েক নাজিমাক খানবাহাদুৰে বৰ মৰম কৰে। তাইৰ গিৰিয়েক খুৰছেদহঁতৰ গুৱাহাটীৰ ছয মাইলত নিজৰ ঘৰ আছে যদিও মৰমতে দেউতাকে নিজৰ ঘৰৰ এক অংশ দি তাইক ৰাখিছে। অৱশ্যে সিহঁতৰ থকা-মেলা, খোৱা-বোৱা সকলো বেলেগ তথাপি কি হ'ব! কিবা এটা ভাল বস্তু ৰান্ধিলে মাকেও জীয়েকক অকণমান নিদিয়াকৈ নেখায়। জীয়েকেও মাক দেউতাকক নিদিয়াকৈ খাব নোৱাৰে। ইয়াকে দেখি খুৰছেদে কয়—

"যদি এবেকৈয়ে চলা, কেৱল ভাত মুঠিৰ বাবে হুটা চকলো কেলৈ।" কিন্তু খুবছেদ বৰ অমায়িক মানুহ নিজে কিবা এটা ভাল খোৱা বস্তু কিনিলে সি শাহু-শহুৰহঁতকো দিয়ে আনকি কেতিয়াবা নিজৰ ভাগৰ থালখন দাঙি আনি আজি বাবাৰ লগতে খাওঁ বুলি একেলগে খাবলৈ বহেহি। সি যেন খানবাহাদুৰৰ একেবাৰেই নিজৰ ল'ৰা। খানবাহাদুৰেও এই বিলাক কথা খুব ভাল পায় কিয়নো তেওঁৰ একমাত্র পুত্র বাহাকল সদায় বেলতলাৰ ঘৰতহে থাকে।

বাবৰি কণ খাই উঠাৰ পিছতে নাজিমাই ক'লে—

"ভালেই হৈছে, বাবা মা হুয়োকো একেলগে পাইছো, কথা এটা কওঁ।"

মাক বেগমলৈ চাই খানবাহাদুৰে ক'লে,

"কোৱা কি ক'ব খুজিছা ?

"বাবা, মোৰ স্কুলত বিশেষ দৰকাৰ কাৰণে এগৰাকী নতুন মিচ লব খুজিছো। তেওঁৰ এটি তিনিবছৰীয়া সন্তান আছে লগত কোনো নাই। তেওঁক হেনো থাকিবলৈ এটা ঘৰ দিব লাগিব।"

"লগত কোনো নাই ? তেওঁ ক'ৰ মানুহ ?" খানবাহাদুৰে সুধিলে।

"তেওঁ বাংলাদেশৰ পৰা অহা ভগনীয়া, নাম আমিনা খাটুন।"

'তেওঁক ক'ত পালা ?"

"বৰ্ত্তমান আমাৰ ৰবদেউতা কাকতিৰ ঘৰতে আশ্রয় লৈ আছে। ঘৰ এটা দিব পাৰিলে আমাৰ স্কুলত কাম কৰিব। মেট্রিক, আই, এ, আদি পৰীক্ষা খুব ভাল দৰে ফাৰ্ষ্ট ডিভিজনত পাছ কৰা। দেখাই-শুনাই কথাই-বাৰ্ত্তাই ভদ্র পৰিয়ালৰ যেন লাগে।"

"বাৰু নাজিমা, মই ভাবি চাওঁ, কাকতিকো লগ ধৰো।"

## অষ্টম অধ্যায়

খানবাহাদুৰৰ দুমহলীয়া ঘৰটোৰ কাষতে বৰ পুতেক বাহা-কলে নিজাকৈ এটা আসাম টাইপৰ পকা ঘৰ সাজি থৈছিল। তাত কম তিনিটা। লাইট পানী সকলো ব্যৱস্থা আছে। বাহাকল বেলতলাত থকা কাৰণে সি এটা কোঠাত তাৰ সাচতীয়া সম্বল কিছুমান কিতাপ কাগজ, দুই এপদ সাজ-সৰঞ্জাম গোটাই তলা মাৰি থয়। খানবাহাদুৰৰ ঘৰৰ সকলোৱে আলোচনা কৰি আমি-নাক তাৰ দুটা কমতে থাকিবলৈ দিয়াটোকে ঠিক কৰিলে।

—আমিনা সেইদিনা তাইক থাকিবলৈ দিয়া ঘৰটোলৈ যাব তাইৰ মনটোত অলপ চিন্তা তাইৰ হাতত বিশেষ পইচা-পাতিও নাই। তাই গৈ চলিবৰ কাৰণে দুই-এটা বাচন-বৰ্ত্তন কিনিব লাগিব। মাটিত হলেও বিচনা এখনো লাগিব। এতিয়া কি কৰে! উপায় নাপায় বহা কোঠাৰ চকী এখনতে বহি থকা কাকতিৰ ওচৰতে থিয় হ'লগৈ। কাকতিয়ে মাত লগালে— "কি ভাত হলেই নেকি? অলপ আগতেহে চাহটোপা খাইছো।"

—"নহয় বাবা, মই ভাত খাবলৈ মাতিবলৈ অহা নাই। আপুনি মোৰ কাৰণে বহুত কৰিলে বাবা, মই উপায়হীন হৈয়েই আপোনাক কথা এটা ক'ব খুজিছো।

—"তুমি বহাচোন। বহিযে কোৱা কি ক'ব খুজিছা?" আমিনাই নিজৰ ছোৱালীৰ দৰে কাকতিৰ ওচৰতে থকা চোফাখনত বহি তললৈ মুৰ কৰি ক'লে— "বাবা মোৰ পইচা দুটামানৰ বৰ দৰকাৰ।"

'তাৰ বাবে তুমি চিন্তা কৰিছা কিয়? তোমাৰ বিষয়ে সকলো জানিয়েই খানবাহাদুৰ আৰু বেগম চাহেবাই মোৰ লগতো আলোচনা কৰি তোমাক থাকিবলৈ দিয়া ঘৰটোত এখন বিচনা,

বন্ধা বঢ়া কৰিবলৈ সদ্যহতে এটা ষ্টোভ আৰু অলপ বাচন-বৰ্ত্তন যোগাৰ কৰি থৈছে, আৰু আজিৰ ভাত সাজ তেওঁলোকৰ লগত খাবলৈকে মোক তোমাক ক'বলৈ কৈ গৈছে। তুমি একো চিন্তা নকৰিবা। মই বাৰু হাত খৰচৰ কাৰণে অলপ পইচা দিম।" কাকতিৰ কথা শুনি আমিনা আশ্বস্ত হ'ল। কিন্তু তাইৰ মনটোও উগুল থুগুল লাগিল ইমান ডাঙৰ মানুহৰ ঘৰত ভাত খাবলৈ যাবলৈকে তাইৰ ভাল পিন্ধা কাপোৰ এজোৰ নাই।

—"বাবা আজি ৰাতি তেখেত সকলৰ তাত ভাত নেখালে নহয়নে ?'

—'নহয় আমিনা, এনে কথা নকবা। আদৰক নেওচিব নাপায়। তোমাক তেখেত সকলে দেখা নাই, কিন্তু সকলো কথা শুনিছে। তোমাক লগ পাই চা-চিনাকী হ'বৰ কাৰণে ৰাতি একেলগে খোৱাৰ কথা ভাবিছে। আনকি সম্পূৰ্ণ নিজৰ দৰে আনৰ ঘৰত থাকিবলৈ নিদি তেখেত সকলে থকা ঘৰৰ লগতে লগা ডাঙৰ পুতেকৰ ঘৰটোৰ দুটা ৰুম তোমাক দিছে। তেখেত সকল বৰ উদাৰ দযালু, ধৰ্ম পৰাযণলোক তোমাৰ কপাল ভাল। এনেকুৱা এঘৰ মানুহৰ আশ্ৰযত থাকিবলৈ পাবা ·· ··· ··· ···। অ' ধুন।

—'দেউতা'।

—"তোৰ মাহীদেউয়েৰে কাপোৰ জোৰ দিলেহিনে ?"

—'হয় দেউতা"।

—"ইয়ালৈকে লৈ আহচোন।"

ধুনে এটা নতুন চুটকেচ কিবা-কিবি দুখনমান কাপোৰ কানিৰে দেউতাকৰ আগত দিলেহি।

"বুজিছা আমিনা, মোৰ নিজৰ বুলিবলৈ এজনী ছোৱালী নাই। থকা হ'লে এদিন তাইক দুই এপদ বস্ত্ৰ লগত দি উলিয়াই দিব লগীয়া হ'লহেতেন। তুমি দুদিনলৈ আহি মোক নিজ কন্যাৰ

দৰে আলপৈচান ধৰি আজি এইখন ঘৰৰ পৰা যাবলৈ ওলাইছা, তোমাৰ কাৰণে এই দুটামান বস্তু আনিছো লোৱা।”

আমিনাৰ চকু চুলচুলীয়া হৈ পৰিল, ‘বাবা” বুলি কৈ একো মাতিব নোৱাৰা হ’ল। ধুনে বাকচটো খুলি প্ৰথমতেই এখন বেছ দামী শাৰী উলিয়াই আমিনাৰ হাতত দি ক’লে— ‘বাইদেউ এই শাৰীখন আৰু দুটামান কিবা কিবি পিন্ধিবৰ কাৰণে এই বাকচটোত আছে। মাহীদেউৱে এইবিলাক নিজে পছন্দ কৰি আনিছে আৰু কৈছে যদি কিবা পছন্দ নহয় তেন্তে বদলাই আনি দিব।” আমিনাৰ শাৰী এখন সেইদিনা বিশেষ দৰকাৰ হৈছিল। তাই শাৰীখন পাই আনন্দত ইমান অভিভূত হৈ পৰিল যে তাই কাকতিৰ ভৰি চুই নমস্কাৰ জনাই আনন্দতে কান্দি পেলালে। কাকতিয়ে ‘কিয় বেজাৰ কৰিছা’ বুলি কৈ আমিনাৰ মূৰত হাতখন দি আশীৰ্ব্বাদ কৰিলে।

আবেলি পৰত বয়-বস্তু কিটাবে সৈতে কাকতিৰ গাড়ীখনেৰে ধুনে আমিনাক নতুন ঘৰলৈ লৈ আহিল। নাজিমাই আথে-বেথে তাইক নিজৰ ভনীৰ দৰে আদৰি আনি ঘৰটোৰ ভিতৰ সোমাল। গাড়ীত অনা বস্তু কেইটা থৈ ধুনে ক’লে— বাইদেউ, মই এতিয়া যাওঁ। কাইলৈ আহিম, ধনৰ কাৰণে -মই ১০ বজাৰ আগতে গাধীৰকণ দি যামহি। নাজিমাই খপকৰে ক’লে, “ধুন তুমি গাখীৰ আনিব নালাগে। আমাৰ ঘৰতে গাখীৰ আছে নহয় তাৰেই হ’ব।” নতুন ঘৰলৈ গৈ কেচুৱাটোৰ কাৰণে গাখীৰৰ অসুবিধা হ’ব বুলি আমিনাই যি চিন্তা কৰিছিল। এতিয়া তাই নিশ্চিন্ত হ’ল। নাজিমাই ঘৰৰ সকলো সা-সুবিধা দেখুৱাই ক’লে— ‘ওপৰৰ তলাত এইফালৰ অংশত বাবাইত থাকে। সিফালৰ চাৰিটা কমত আমি থাকো। এই চিৰিটোৰেদি উঠি গলেই হ’ল। কিবা আৱশ্যক হলে বাবাইতৰ ঘৰত থকা কাম কৰা ছোৱালী অৰলাক

মাতিলেই হব । আৰু নহলে, এইটো চাওঁক 'কলিং বেল' । এইটো বজালেও ওপৰত আমি গম পাম । আপুনি এতিয়া বস্তু বাহানী বিলাক ঠিক-ঠাক কৰি লওক । বাবাইতে আজি আপোনাক ওপৰত খাবলৈ মাতিছে, সময়ত মই লৈ যামহি ।"

—"বাইদেউ আজি নগৈ আন এদিন খালে নহবনে ?"

—"নহয়, নহয় খাটুন, বাবাইতে বৰ আগ্রহেৰে আপোনাক প্ৰথাৰ লগ পাবলৈকে খাবলৈ মতিছে । সংকোচ নকৰিব মই লৈ যামহি ।"

আমিনা ঘৰটোৰ ভিতৰলৈ গ'ল । বিচানাখন সম্পূৰ্ণ সজাই পৰাই থোৱা আছে । বিছনা চাদৰ, গাৰু আদি সকলো নতুন বাখৰুমত সোমাই দেখিলে এটা পুৰণা আৰু এটা সম্পূৰ্ণ নতুন থাপ্লিত চুবাপিট পানী, 'ৱাচিং বেছিনৰ ওপৰত এটা কেচত এটুকুৰা চাবোন আৰু কাষৰ ৰডদালত এখন নতুন টাৱেল । এই বিলাক দেখি আমিনাৰ পুৰণা বহুত কথাই মনলৈ আহিল । তাই যেন অৱস্থাটো সহজে চম্ভালি ল'ব পৰা নাই । অলপ আন্ধাৰ হৈ অহাত লাইটটো জ্বলাই দিলে । ক্ৰমটো পোহৰ হৈ পৰিল । খঙা বলটো লৈ বাহিৰত খেলি থকা থনক ভিতৰলৈ লৈ আহিল । তাই লগত লৈ থোৱা মোনাটোৰ পৰা কিবা কিবি চুটামান উলিয়াই তাক খাবলৈ দিলে । 'মা ককা ক'ত ?' থনে সদায় ককাক কাকতিৰ লগত বহি কেৰাম খেলা খনত জনাই নজনাই গুটি বিলাক তাৰ অকণমানী আঙুলি কেইটাৰে মাৰি ককাৰ লগত খেলে । মাকে তাৰ কথাৰ একো উত্তৰ নিদিয়া দেখি সি পুনৰ সুধিলে, "আমি আজি ইয়াত থাকিম নেকি ?"

—"হয় সোনটো । ইয়াতে থাকিম ।"

—"ধুনৰ মামা ?"

তাৰ কথা শুনি আমিনাৰ মনটোও নজনাকৈয়ে অলপ বেজাৰ লাগিল । কিন্তু মনৰ বেজাৰ তাই সামৰি ক'লে– "সোণটো

এয়া খোৰাচোন। ধনে খালে। আমিনাই বাল্টি এটাত অলপ পানী আনি তাৰ ভৰি কেইটা ধুৱাই দি বিচনাখনতে বহুৱাই দিলে। সি আজি দিনত শোৱা নাছিল। খোৰাৰ পিছত তাৰ চকুকেইটা অলপ জাপ খাই যোৱা দেখি আমিনাই তাক শুৱাই দিলে। সোনকালেই তাৰ টোপনী আহিল।

এইবাৰ আমিনাই কোঠাটোৰ বাহিৰ ফালৰ দুৱাৰখন বন্ধ কৰি চুটকেচটো খুলি শাৰীখন উলিয়াই আনিলে। তন্ময় হৈ তাই শাৰীখন চাই ৰ'ল। তাইৰ মনত পৰিল তাইৰ মাকেও কলেজলৈ যাবলৈ তাইক এনেকুৱা এখন শাৰী এসময়ত আনি দিছিল। এই কথা মনত পৰি তাইৰ শাৰীখন পিন্ধিবলৈ যেন অলপ মনটো কিবা লাগিছে। আকৌ ভাবিলে এয়া যে কাকতি বাবাই মৰমত দিয়া বস্তু। ব্যৱহাৰ নকৰিলে অন্যায় হ'ব। তাই শাৰীখন পিন্ধিলে লগত তাৰ লগত দিয়া ব্লাউজটোও। দীঘল আৰ্চি নথকাত সৰু আইনা এখন লগোৱা দুৱাৰখনতে লাইটৰ পোহৰত তাই নিজৰ প্ৰতিমূৰ্ত্তি দেখিবলৈ পালে। তাইৰ অৱচেতন মনত এনে এটা ভাৱ উদয় হ'ল - তাই যেন আজি পিতৃ-গৃহৰ পৰা আহি স্বামীৰ গৃহত প্ৰৱেশ কৰিছেহি।

অলপ পিছতে দুৱাৰত কোনোবাই সৰু সৰুকৈ টোকৰ মৰা শব্দ হ'ল। আমিনাই লাহেকৈ দুৱাৰখন খুলি দিলে।

—"আহক খাটুন, খাবৰ হ'ল।" "বাইদেউ, ধন শুই আছে তাৰ ওচৰত থাকিবলৈ অৱলাক অলপ পঠাই দিব নেকি?"

—"কিয় তাকো লৈ আহঁক। মোৰ ছোৱালীজনীৰ লগত দুয়োটাই একেলগে খাওক।"

- "নাই বাইদেউ, তাক অলপ খুৱাই দিছো। সি তাৰ টোপনি ভাগিলে ৰাতি কৰ দিগ্‌দাৰ কৰে। (আঁচল কথা, ইমান ডাঙৰ মানুহৰ ঘৰলৈ নিবলৈ তাৰ ভাল পিন্ধা কাপোৰ নাই।)

মাজিমাৰ লগত আমিনা ওপৰলৈ উঠি গ'ল।

## নৱম অধ্যায়

আমিনা এতিয়া নাজিমাৰ স্কুলৰ মিচ। তাইৰ নিয়মানুবৰ্ত্তিতা আৰু কামত একনিষ্ঠতাৰ বাবে সকলোৱে তাইক ভাল পায়। সৰু সৰু ল'ৰা ছোৱালী বিলাকৰ কাৰণেও তাই ৰৰ মৰমৰ। কিন্তু তাইৰ মৰমৰ স্বত্তেও তাইক সকলোৱে ভয়েই কৰে। ল'ৰা-ছোৱালীৰ অভিভাৱক অভিভাৱিকা সকলে এতিয়া স্কুলৰ কথা-বাৰ্ত্তা বিশেষকৈ তাইৰ লগতহে পাতে, ইয়াৰ বাবে নাজিমায়ো বহুত সকাহ পায়।

গম নোপোৱাকৈয়ে সময়বোৰ যে কেনেকৈ পাৰ হৈ যায়। এদিন তাই অলপ চুচুক চামাক কৈ নাজিমাৰ ওচৰলৈ গৈ ক'লে—

"বাইদেউ, মোক এমাহ মানৰ চুটি দিবনে ?"

"চোৱা আমিনা, এতিয়া নতুন এডমিছনৰ সময়। কামৰ কিমান ভিৰ পৰিছে দেখিছাই। দুমাহ মানৰ পিছত ল'লে নহবনে ?"

আমিনাই হতবুদ্ধি হৈ একো মাতিব নোৱাৰিলে। লাহেকৈ আঁতৰি যাবলৈহে যেন উপক্ৰম হ'ল। ইযাকে দেখি নাজিমাই সুধিলে—

"তোমাৰ কিবা বিশেষ লেঠা আছে নেকি ?" (এতিয়া নাজিমাই আমিনাক তুমি বুলিয়ে মাতে)।

"হয় বাইদেউ, আপুনিয়ে কৈছিল— বি. এ পাছ কৰিলেহে মোক 'গ্ৰেড পে' (Grade pay) দিব পাৰিব। মই বি. এ পৰীক্ষাটো দিব খুজিছো। অহা মাহতে পৰীক্ষা।"

"প্ৰথমেই তাকে নক'লা কিয় ? তুমি পৰীক্ষা দিব লাগিব, তোমাৰ কাৰণেই নহয়, মোৰ কাৰণেও। কিন্তু পুৱা ১০/১১ বজাত যেতিয়া ল'ৰা-ছোৱালীৰ অভিভাৱক সকল আহে সেই সময়ত মাত্ৰ এঘণ্টা মানৰ কাৰণে মোক অলপ সহায় কৰি দিবাহি, স্কুলত বাকী পঢ়াৰ নালাগে, হবতো ?"

"হ'ৰ বাইদেউ" বুলি আনন্দ মনেৰে আমিনা আঁতৰি গ'ল।

বহুত দিনৰ মূৰত সেইদিন মানৰ আগতে ফৰিদা আৰু ইয়াকুৰ পাকিস্থানৰ পৰা আহিছে। লগত সিহঁতৰ পাঁচ বছৰীয়া ছোৱালী জেচমিনা। খান বাহাদুৰৰ ঘৰখন উৎসৱ মুখৰ হৈ পৰিছে। এদিন সকলোৱে খান বাহাদুৰৰ আহল বহল ড্ৰইং ৰুমত কথা-বাৰ্ত্তা পাতি থাকোতে ইয়াকুবে ক'লে,

"নতুন মিচ গৰাকী যে দাদাৰ ঘৰত আছে— এবাৰ লগ পালে ভাল লাগিলহেঁতেন।"

মাক বেগমে কথাষাৰ শুনিয়ে অৱলাক ক'লে,— "যাচোন। আমিনা বাইদেউক ইয়ালৈকে মাতিছো বুলি ক'গৈ; দাদাহঁতে বিচাৰিছে।"

অলপ পাছত ধনক হাতত ধৰি ওপৰলৈ উঠি আহিল আমিনা; ইযাকুবক দূৰৰ পৰা দেখিছে যদিও লগ পোৱা নাই। আমিনাই ইয়াকুবক নমস্কাৰ জনাই ক'লে— "মই আপোনাক চিনিব পাৰিছো। আমাৰ ফৰিদা দিদিৰ··· ······ নহয় জানো।" সকলোৰে লগত ইযাকুবেও হাঁহি মাৰি ক'লে—

—"হয, হয়,– আপুনি ঠিকেই ধৰিছে, বহক বহক। এইটি আপোনাৰে ল'ৰা ?"

—" হয় ।"

ইতিমধ্যে জেচমিনা আহি ধনৰ লগত বহি বন্ধু পাতিছেহি। মাজিমাৰ ছোৱালী বেজিয়াও আহি তাত যোগ দিলেহি। তিনিওটি ল'ৰা-ছোৱালী কমটোৰ একাষত গৈ খেলাত লাগিল। ইয়াকুবে ক'লে –

'চাওক খাটুন, ল'ৰা-ছোৱালী বিলাকৰ এই বয়সত কিমান মিল ? কোনো চা-চিনাকি নোহোৱাকৈয়ে আপোনাৰ ল'ৰাটিৰ লগত আমাৰ ছোৱালী দুটিৰ কিমান মিল হৈ গ'ল।"

বেগমে ক'লে,—"হয় বাপা, তাতৰ হৈ আহিলে হে মানুহৰ মনত দুখে ধৰে"

"বাৰু ক'ওকচোন মা, প্ৰথমতে পাকিস্থানী বুলি মোলৈ যিটো ভাব আছিল। এতিয়া বাৰু সেই মনৰ ঘুণ আঁতৰিল নে নাই?"

"সেই ভাব এতিয়া আৰু মোৰ নাই বাপা, তোমাৰ জন্ম পাকিস্থানত হলেও তুমি পাকিস্থানত থাকিলেও এতিয়া আমাক আৰু অসমক নিজৰ মানুহ আৰু নিজৰ দেশ বুলি ভাবি লৈছা—সেই কাৰণেই মোৰ আনন্দ।" ইযাৰ পিছত ইযাকুবে আমিনাৰ লগত বহুত ধৰণৰ কথা বাৰ্ত্তা পাতি ক'লে— "পাকিস্থানত এতিয়াও বহুত ভাল ভাল কাম উপযুক্ত মানুহৰ অভাৱত খালি হৈ পৰি আছে। মই আজি আসামত থকা হ'লে "একজিকিউটিভ ইঞ্জিনিযাৰ" (Executive Engineer)। হৈয়ে থাকিব লাগিলহেঁতেন। কিন্তু এতিয়া মই তাত এডিচনেল চীফ ইঞ্জিনিয়াৰ (Addition·l chief Engineer) যদি আপুনি ইচ্ছা কৰে আৰু এতিযাও মোৰ লগত পাকিস্থানলৈ যায় বিশেষ সুবিধা পাব।"

আমিনাই ইয়াকুবক ধন্যবাদ জনাই বিনম্ৰভাৱে ক'লে— "আল্লাৰ ইচ্ছাত যেতিযা সেই দেশ এবাৰ এৰি অহিছোঁ আৰু ঘুৰি নাযাও— "ইফ গড বী ফৰ আছ। হু কেন্ বী এগেইন্ষ্ট আছ।" (If god be for us who can be against us), সকলোৱে আমিনাৰ কথা শুনি খুব আনন্দ পালে। খান বাহাদুৰে ক'লে 'আমিনা, তুমি ঠিকেই কৈছা সকলোৰে ওপৰত আল্লা, আকবৰ।"

আমিনাৰ ল'ৰা ধন আৰু নাজিমাৰ ছোৱালী ৰেজিনা দুইটাকে ঘৰৰ স্কুলতে নাম লগাই দিছে। জেচমিনাও সিহঁত স্কুলত থকা সময়ত তাতে গৈ ঘুৰা পকা কৰি থাকে।

কোনো এটাও কোনো এটাক এৰি নাথাকে আৰু ভাত পানীও সকলোৱে একেলগেহে খায়। আমিনাৰ ল'ৰা ধনে এতিয়া সদায় সিহঁতে দুটাৰ লগত বহি খাই তৃপ্তি পোৱাৰ উপৰিও আইতাক বেগম চাহেবাৰ ওচৰত থকিহে ভাল পোৱা হল। আমিনাই ভাবে— 'মইনো সিহঁত কেইটাক কি খুৱাম?" তাই কিন্তু বন্ধা-বঢ়াত বৰ পাকৈত। ভাল বস্তু পালে খুব সুন্দৰকৈ জুতি লগাই বন্ধা বঢ়া কৰিব পাৰে। এদিন স্কুল বন্ধৰ দিনত তিনিও-টাক খুৱাবলৈ তাই ঠিক কৰিলে। তিনিওটাই তৃপ্তিৰে খালে। সিহঁতৰ হাঁহি মাতি খোৱা চাই চাই আমিনাই মনত এটা বিশেষ আনন্দ উপভোগ কৰিলে। কিন্তু সেই আনন্দ তাইৰ কাৰণে ক্ষন্তেকীয়া। যিবিলাকি মানুহৰ জীৱন ঘাত-প্ৰতিঘাত, দুখ কষ্টৰে পৰিপূৰ্ণ, সেইবিলাক মানুহে আনন্দৰ সময়তো নিজৰ জীৱনৰ পাই অহা মনোকষ্টৰ কথা পাহৰি সম্পূৰ্ণ ৰূপে আনন্দ উপভোগ কৰিব নোৱাৰে। তাইৰ নিঃসঙ্গ জীৱনত বুকু জুৰ কৰা ধনৰ মনোমুগ্ধকৰ নিৰ্মল হাঁহিৰ মাজতো ফিৰোজৰ বিশ্বাস ঘাতকতাৰ কথা মনত পৰি তাইৰ বুকুখন চিৰিংকৈ যায়। তাই জানে পিতৃৰ কিছুমান দোষ গুণ পুত্ৰৰ গাটো থাকে, তাইৰ সন্দেহ কি জানি ধনেও তাৰ পিতৃৰ দৰে এদিন বিশ্বাসঘাতকতা কৰি তাইক এৰি আঁতৰি যায়। এইদৰেই তাইৰ দিন বিলাক গৈ আছে। কেতিয়াবা এনে অলীক চিন্তাৰ কাৰণে নিজকে দোষী দোষী যেন ভাব হয়। ধনৰ প্ৰতি তাইৰ মৰম আৰু মোহ বাঢ়ি যায়।

## দশম অধ্যায়

বিয়াৰ পিছত এই প্ৰথমবাৰৰ কাৰণে ইযাকুবক লৈ কৰিদা

ঘৰলৈ আহিছে। উলিয়াই দিয়া জীয়ৰী ছোৱালীয়ে মাকৰ ঘৰলৈ আহিবলৈ মাকৰ লগত দুদিন কটাবলৈ যব হেপাহ আৰু লগতে নতুন জোৱাইক মাক দেউতাকৰ লগত ঘনিষ্ঠ ভাৱে লগ লগাই দিবলৈ পালে এক বিশেষ ধৰাৰ আনন্দ পায়। পিতৃ গৃহত ইয়াকুবক লৈ পোন্ধৰ দিন মান খুব আনন্দৰে দিন কটোৱাৰ পিছত পাকিস্থানলৈ ঘুৰি যাবৰ সময় হ'ল। ইয়াকুব আমিনাৰ থকা ঘৰলৈ কোনো দিন যোৱা নাই। সেইদিনা ধনক ম'তি ক'লে— 'তোমাৰ ম'ক কোৱাগৈছোন তেখেতক অকণমান মই লগ পাব খুজিছো এতিয়াই যাব পাৰিমনে— ধন ল'ৰ মাৰি দুপ দুপ্‌কৈ কাঠৰ চিৰিযেদি তললৈ নামি মাকৰ ওচৰ পালেগৈ। চিৰিয়েদি লৰি অহাদি অহা শব্দ শুনি মাকে ক'লে— "ধন চিৰিয়েদি এনেকৈ লৰি চাপৰি আহিবলৈ মানা কৰিছিলো নহয়।"

—"নহয় মা, ইয়াকুব মামাই তোমাক লগ পাবলৈ আহিব খুজিছে— তাকে কবলৈহে আহিছো। —আহিবনে মা?"

আমিনা এখন্তেক থমকি ৰ'ল। কিবা এটা ভাবিলে, অকণমান হগোন বুলি কৈ তেওঁৰ ঘৰটোৰ দুই এটা বস্তু ইফাল সিকাল কৰি সজাই পৰাই থৈ ক'লে— "যা মাতি আনগৈ।"

ইয়াকুব আহিল। আমিনাই চকী এখন আগবঢ়াই দি বহিবলৈ অনুৰোধ কৰিলে। ইয়াকুবে চকী এখনত বহি ধনৰ হাত এখনত মুঠি মাৰি ধৰি ইফালে সিফালে চকু ফুৰাই চাই আৰম্ভ কৰিলে— "আপোনাৰ ঘৰখন দেখি ভালেই লাগিছে, কিন্তু আৰু এটা কম হোৱা হলে খুব সুবিধা হ'লহেতেন, দাদাই কিছুমান কাগজ পত্ৰ ভৰাই এটা কম এনেয়ে বন্ধ কৰি থৈছে।"

"কি কৰিব, এই কণকে যে পাইছো।" —ইয়াকুবে আমিনাৰ কথাৰ পৰা ভালকৈ অনুভৱ কৰিলে তাইৰ মনত অসুবিধা বিলাকো সুবিধা বুলিয়ে ধৰি লৈ তেওঁৰ চলি থাকিবৰ

এটা অদম্য ইচ্ছা শক্তি বিৰাজমান।

"আমি কাইলৈ ৰাতিৰ বেলত উভতিম। আপোনাক মাত লগাবলৈহে আহিলো।"

"মই আপোনালোকক মাতি আনি ভাত এসাজো খুৱাব নোৱাৰিলো। বেয়া নাপাব।"

"কিয় বেয়া পাম, আপোনাৰ ঘৰত নেখালেও আমি আটাইবিলাকে ভাই-ভনীৰ দৰে কেইবাসাজো ভাত একে লগে খাইছোৱেই তাতেই মোৰ আনন্দ, নাজিমা বাইদেউ আৰু খুৰছেদ দাদাক পূজাৰ সময়তে আমাৰ তালৈ নিমন্ত্ৰণ কৰিছোঁ। তেওঁলোকে যাব বুলিয়েই কৈছে। আপোনাকো নিমন্ত্ৰণ কৰিলো গ'লে আমি বৰ ভাল পাম।" -

"ধন্যবাদ, একেলগে নাজিমা বাইদেউহঁতৰ লগত যাব পৰা হলে বৰ আনন্দ পালোহেঁতেন, কিন্তু আমি দুয়ো স্কুলখন একে সময়তে এৰি যাবলৈ অসুবিধা। যি কি নহওক, আপোনাৰ নিমন্ত্ৰণ ৰাখিলো ওপৰৱালাৰ কৃপা হলে আপোনালোকৰ ঘৰখন এদিন নহয় এদিন দেখিবলৈ পাম।" —জেপত ভৰাই নিযা কেডবেৰীৰ পেকেট এটা উলিয়াই ধনৰ হাতত দি ইয়াকুব উঠিল।

আমিনাই ধনক ক'লে— 'থেংক ইউ, বুলি কোৱা।" কেডবেৰী পাই আনন্দত উতলা ধনে ক'লে – 'থেংক ইউ, থেংক ইউ, আঙ্কোল।" হাঁহি এটা মাৰি ধনক অকণমান মৰম কৰি এবাৰ আমিনাৰ মুখৰ ফালে চাই ইয়াকুব উঠি আহিল।

আজি ইযাকুব আৰু ফৰিদা যাবগৈ। ফৰিদা আহোঁতে দেউতাক খান বাহাদুৰৰ কাৰণে এটা ৰূপেৰে বন্ধোৱা পাকিস্থানত তৈয়াৰী গুৰগুৰি লৈ আহিছিল। খান বাহাদুৰে আজৰি পৰত আৰামী চকীখনত বহি বন কৰা ল'ৰাটোক গুৰগুৰিটো লগাই দিবলৈ দিয়ে। তেখেতৰ বগামুখ, ধুনন্তৰ শৰীৰেৰে আগৰ দিনৰ এজন

বাদশ্বাহ যেন দেখি। দেউতাকে গুৰগুৰিটো পাইযেই ব্যৱহাৰ কৰাত ফৰিদাৰ মনত বৰ আনন্দ। ইবাকুৰেও মাকইতক দিবলৈ কোনো বস্তু লগত অনা নাছিল। —ফৰিদাৰ নৈতে গৈ গুৱাহাটীৰ বজাৰৰ পৰাই মাকৰ কাৰণে এ'যাৰ পাটৰ মেখেলা চাদৰ, বায়েকৰ কাৰণে এখন শাৰী আৰু বন আৰু বেজিনাৰ কাৰণে পেণ্ট, ফ্ৰক আনি সকলোকে দিলে। মাক বেগমে ক'লে, "তোমালোকে মোলৈ কেলেই আনিলা? আমিনা জনী এতিয়া আমাৰ ঘৰৰ ছোৱালীৰ দৰেই হৈ পৰিছে, বেচেৰীক যে দিওঁতা থওঁতা কোনো নাই, তাইকো কিবা এটা দিয়াহেঁতেন ভাল আছিল।"

ফৰিদাই ক'লে— "মা, বাইদেউৰ কাৰণে এখন ভাল শাৰী আৰু তাৰ লগত মিলাই এটা ব্লাউজ আনিছোৱেই, কিন্তু দিবলৈহে অলপ সংকোচ কৰিছো তেওঁবা কি ভাবে।"

"তুমি একো নাভাবিবা, বাইদেউ বুলি দিবা তাই লব।"

সেইদিনা পুৱাৰ চাহ খাবলৈ আগদিনা আমিনাই ফৰিদাক নিমন্ত্ৰণ দি থৈছিল। তাইৰ বেগটোতে শাৰীখন ভৰাই লৈ চাহ খাবলৈ ফৰিদা আমিনাৰ ঘৰত উপস্থিত হ'ল। আমিনাই খুব আদৰ সাদৰ কৰি তাইৰ ঘৰত থকা একমাত্ৰ চকীখনতে ফৰিদাক বহিবলৈ দি কাষতে থকা বিচনাখনত তেওঁ বহিল আৰু ঘৰুৱা ভাৱে দুই এষাৰ কথা পাতিলে। খান বাহাদুৰৰ ঘৰৰ সকলোৰে মৰম চেনেহৰ মাজত থাকিযে তেওঁ খুব সুখী হৈছে— তাকো ক'লে। 'বাইদেউ, কি কব, মই পাকিস্থানত ইবাকুৰৰ লগত খুব সুখ শান্তিতে আছো। যদিও মা-বাবালৈ মনত পৰিলে মনটো বৰ বেয়া লাগে। যেন সেই মুহুৰ্ত্ততে তাত সকলো এৰি আমি মা-বাবাৰ ওচৰলৈ গুচি আহিম।"

কথাষাৰ শুনি আমিনাই মাত্ৰ এটা হুমুনিয়াহ কাঢ়িলে আৰু তেওঁ নিজৰ মনোভাব ব্যক্ত নকৰি "অকণমান ৰহাছোন,

বুলি চাহ আনিবৰ কাৰণে ওচৰৰ কোঠাটোলৈ সোমাই গ'ল। অলপ পিছত সক টেবুল এখন আনি ফৰিদাৰ সন্মুখত থলেহি।

'বাইদেউ, আপুনি অকলে অনা নিয়া কৰিব নালাগে" বুলি কৈ ফৰিদায়ো একেলগে তৈয়াৰ কৰি থোৱা বস্তু বিলাক ভিতৰৰ পৰা আনি টেবুলত সজালেহি। আমিনাই চাহৰ লগত খাবলৈ কেইবাবিধো বস্তু তৈয়াৰ কৰিছে। দুয়োজনীয়ে খাবলৈ বহিল। দুটা বস্তু দেখি ফৰিদাই ক'লে - "বাইদেউ, এই বস্তু কেইটা আপুনি নিজে তৈয়াৰ কৰিছেনে? আমাৰ এওঁ এইবিলাক খাই বৰ ভাল পায়। তেওঁকো খাবলৈ মতাইছিলেন।"

"মোৰো তেওঁক মাতিবৰ মন আছিল, কিন্তু দেখিছোই মইয়— দিব থ'বলৈ এখন ভাল টেবুলো মোৰ নাই।" ফৰিদাই কিবা ভাবে বুলি কথাৰ সুৰটো বদলাই লগে লগে আমিনাই ক'লে "অৱশ্যে মোৰ কাৰণে এই খিনিযেই যথেষ্ট।" ফৰিদাই খালি হৈ থকা প্লেট এখনতেই দুটামান বস্তু আঁতৰাই থৈ ক'লে, "বাইদেউ এই দুইটা মই নেখাও তেওঁলৈ লৈ যাম দেই।"

"নালাগে নালাগে. তুমি খোৱা, মই তৈয়াৰ কৰি থোৱা বস্তু আছে। মই বাক পঠিয়াই দিম।" দুয়ো খুব আনন্দ মনেৰে নানা কথা-বতৰা পাতি চাহ খালে।

'মই এতিয়া উঠোহে বাইদেউ, যাবৰ কাৰণে বয়-বস্তু বন্ধা হোৱাই নাই। যদিও ইয়াৰ পৰা আমি প্ৰথম যি ঠাইলৈ যাম তালৈ এৰাতিৰ বাট কিন্তু কেতিয়াবা বেলবোৰ বৰ অনিয়মীয়া হয়. গতিকে ছোৱালীজনীৰ কাৰণে কিবা-কিবি খোৱা বস্তু লৈ যাব লাগিব। তাই খাবৰ সময়ত নাপালে বৰ আহুকাল কৰে।" দুয়ো থিয় হ'ল। ফৰিদাই লগত নিয়া বেগৰ পৰা কাপোৰৰ পেকেট (এখন শাৰী) উলিয়াই ক'লে,— "বাইদেউ বেয়া নাপাব। আপোনাৰ কাৰণে এটা বস্তু আনিছো।"

—"নেলাগে নেলাগে, একো নেলাগে মাত্ৰ আমাৰে মনত ৰাখি কেতিয়াবা দেখা দিবহি।"

"কিয়নো দেখা নিদিম বাইদেউ, আৰু এটা কথা, আপুনি বাংলাদেশৰ জীয়ৰী আৰু মই এতিয়া বাংলাদেশৰ বোৱাৰী, ইয়ো আমাৰ এটা যোগসূত্ৰ নহয় জানো?"

"জেনেকৈয়ো বাংলাদেশক সাঙুৰিছা কিয়? এনেকৈয়ে কোৱাচোন— মই খান বাহাদুৰৰ মুছলীয়া কন্যা আৰু আপুনি খান বাহাদুৰৰ কন্যা স্বৰূপা মোৰ বাইদেউ।"

"মই সদায় তেনেকৈয়ে ভাবো বাইদেউ, আপোনাক সদায় তেনেকৈয়ে ভাবি আহিছোঁ। এতিয়া মই আপোনাক নিজৰ বাইদেউ বুলি এইটো দিছো লওক" বুলি শাৰীখন আগবঢ়াই দিলে। আমিনা সুন্দৰ দামী শাৰীখন দেখি মোহিত হ'ল।

শাৰী কাপোৰৰ প্ৰতি মাইকী মানুহৰ সহজাত প্ৰবৃত্তিৰ দৰে এটা মোহ আছে। আমিনাই কলেজত পঢ়ি থাকোতে দুই এখন ভাল শাৰী পিন্ধিছিল। এতিয়া বৰ্তমান অৱস্থাত সেইবোৰ তাইৰ কাৰণে সকলো সপোন হৈ পৰিছে। অযাচিতে শাৰীখন পাই আমিনাই আনন্দত উল্লাসিত হৈ কলে— 'চোৱা ভনীটি, মোৰ যে ইয়াৰ বিনিময়ত তোমাক দিবলৈ একেবাৰেই নাই' বুলি ভাবাবেগত ইয়াকে দিছো বুলি দুহাতে কবিতাৰ মুখখন টানি আনি টুপুককৈ গালত এটা চুমা দিলে। কবিতাই অযাচিতে ইমান মৰম পাই কব নোৱাৰা যেন হৈ কবিতাৰ দেওমি কুৰাৰ তংগীত এটি ফ্ৰক পিন্ধি ফুৰা কিশোৰীৰ দৰে পিন্ধি থকা শাৰীখন অলপ কোচাই লৈ কাঠৰ চিৰিৰে দুপ দুপ শব্দ কৰি ওপৰলৈ উঠি গ'ল। তাইৰ এই প্ৰাণ প্ৰাচুৰ্য্য তথা আনন্দত আমিনাৰো খুব আনন্দ লাগিল। তাই অদৃশ্য হোৱালৈকে চাই থাকি আমিনাই এটা মধুৰ আৱেশত উপহাৰ পোৱা শাৰীখন দুয়ো হাতেৰে বুকুত খামুচি ধৰিলে।

## একাদশ অধ্যায়

আমিনাই পুথ্যাতিৰে 'ডিষ্টিংস্যান' লৈ বি. এ. পাছ কৰিলে। এতিয়া স্কুলখনবো বহুত দায়িত্ব আজিনাই তাইৰ ওপৰত এৰি দিছে; দিব লগাও হৈছে। কাৰণ তাইৰ ভিতৰৰা এটা অসুখ আছে আৰু তাৰ বাবে মাজে সময়ে বিচনাত পৰি থাকিব লগাও হয়।

আঠ ন বছৰ পাৰ হৈ গ'ল। এইবাৰ ধনে ইংৰাজী আৰু বুৰঞ্জী বিষয়ত লেটাৰ পাই প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছে— ইংলিচ মিডিয়াম স্কুলত পঢ়া কাৰণে সি খুব সুন্দৰ কৈ ইংৰাজী কব পাৰে। পুতেকে মেট্ৰিক পাছ কৰা খবৰটো পায়েই আমিনা তাইৰ পৰম শুভাকাঙ্খী কাকতিৰ ঘৰ পালেগৈ। কাকতিয়ে খবৰটো পাই খুব আনন্দ পালে আৰু তাৰ ভৱিষ্যত উন্নতিৰ কাৰণে ভগৱানৰ ওচৰত দিবৰ প্ৰাৰ্থনা জনালে।

"এতিয়া পিছে তাক কি কৰিব খুজিছা? বি এ টো পাছ কৰাই কোনো [illegible]ল চৰকাৰী চাকৰি এটাত সুমাই দিলে ভাল হ'ব যেন পা[illegible]

"দেউতা, বি. এ. পাছ কৰিবলৈ আকৌ চাৰি বছৰ পঢ়াৰ লাগিব খৰচো বহুত হ'ব। পাছ কৰিলেও আজি কালি যে খপকৰে চাকৰি পাব কোনে জানে? ইকালে মোটা টকা কৰ্ত্তাসকলক নিদিলে আজি কালি বুদ্ধি বৃত্তি থাকিলেও চাকৰি পোৱা টান। তাতে আমি হলো আকৌ ভগনীয়া। গতিকে মই ভাবিছো তাক সৈন্য বাহিনীৰ কামতে সোমাবলৈ কওঁ। এতিয়াই সোমালে তাৰ আগলৈ উন্নতিৰ আশা কৰিব পাৰো। আপুনি কি কয়?"

'সি যে তোমাৰ একমাত্ৰ সম্বল। সৈন্য বাহিনীৰ চাকৰি বৰ ভয়াবহ।"

"কিন্তু দেউতা, আপুনিয়ে দেখোন মোক সদায় কৈছিল—

"মাৰে হৰি বাখে কোনে
ৰাখে হৰি মাৰে কোনে ।"

কাকতি নিমাত । এনেতে ধুনে বাইদেৱেকলৈ একাপ চাহ আৰু দুটামান বিস্কুট লৈ আহি দিলেহি ।

"বাইদেউ আপুনি বহুত দিনৰ মূৰত আহিল । ধন আলে আছেনে ?"

"অ, সি ভালেই আছে; শুনি ভাল পাবা সি এইবাৰ মেট্ৰিক পাছ কৰিলে এতিয়া তাক মিলিটেৰীত সুমাই দিব খুজিছো ।"

"খুব ভাল কথা বাইদেউ, ময়ো মিলিটেৰী কামত সোমাব খুজিছিলো । তাত সোমোৱা হলে এতিয়া মই উচ্চৰ পদবীতে থাকিলোহেতেন কিন্তু দেউতাই মৰমতে বাহৰৈ নিদিলে । এতিয়া চেষ্টা কৰিও চাকৰি নাপাওঁ— দেউতাই পইচা দি চাকৰি লবলৈয়ো নিদিয়ে । আৰ্মিত জুনিয়ৰ মিলিটেৰী অফিচাৰৰ কাৰণে দৰ্খাস্ত বিচাৰি কালিৰ কাগজতো জাননী দিছে ।"

"যদি আছে কাগজখন মোক দিবাছোন ধুন ।"
ধুনে কোঠাৰ লগে লগেই ভিতৰৰ পৰা আনি কাগজখন বাই-দেৱেকক দিলেহি ।

কাকতিয়ে কলে,—"হয় মই ধুনক সৈন্যবাহিনীলৈ বাহৰৈ নিদিয়াত ভুলেই কৰিলো । এতিয়াহে বুজিছো, মোৰ মৰম লৈয়ে সি সদায় জীয়াই থাকিব নোৱাৰে । তাৰো এটা ভৱিষ্যত আছে । মই আশীৰ্ব্বাদ কৰিছো ধন ভৱিষ্যতে আৰ্মি জেনেৰেল হৈ দেশ আৰু জাতিৰ ৰক্ষাত ব্ৰতী হওঁক ।" কাকতিৰ কথাত আমিনাই মনত এটা বল পালে আৰু ধনক মিলিটেৰী কামত দিবলৈ মনতে স্থিৰ কৰি কাকতিৰ পৰা বিদায় ললে ।

কাকতিৰ লগত কথা বাৰ্ত্তা হোৱাৰ দিনাই আবেদি পৰম খান বাহাদুৰ আৰু চাহেবা বেগমৰ আগতো কথাটো উলিয়ালে

খান বাহাদুৰে আমিনাৰ ইচ্ছাৰ কথা শুনি বৰ আনন্দ পালে। পঢ়ে পঢ়িয়ে, বুদ্ধি বৃত্তিয়ে আৰু চেহেৰা পাতিয়ে ধন যে এজন ভাল মিলিটেৰী অফিচাৰ হ'ব পাৰিব তেওঁৰ এই অভিমতো ব্যক্ত কৰিলে। কিন্তু স্নেহময়ী বয়োবৃদ্ধা বেগমেহে যেন কথাটো সহজ-ভাৱে ল'ব নোৱাৰিলে। কাৰণ মিলিটেৰীৰ প্ৰতি তেওঁৰ ধাৰণা সম্পূৰ্ণ স্বকীয়া। মনতে অলপ চিন্তা কৰি ক'লে—"মইনো কি ক'ম—যি কৰিলে তাৰ ভৱিষ্যত উজ্জ্বল হয় তাকে কৰা।"

সকলোৰে ইচ্ছা কৰা মতেই ধনে জুনিয়ৰ অফিচাৰ হিচাপে কাম পালে আৰু ছমাহ ট্ৰেইনিঙৰ কাৰণে ডেৰাডুনলৈ যাবলৈ ওলাল। ইমান দিন কষ্টে মষ্টে বুকুত বান্ধি লৈ ফুৰা ধনে বিদায় লৈ যাবৰ পৰত আমিনাই এটোপাল চকুৰ পানীৰে মূৰত হাত ফুৰাই আশীৰ্ব্বাদ দি ধনক দেশ ৰক্ষাৰ প্ৰহৰী হিচাবে জীৱন উছৰ্গা কৰিবলৈ আগবঢ়াই দিলে।

## দ্বাদশ অধ্যায

চাহেৰা বেগম গুৱাহাটীৰ এখন আগশাৰীৰ মহিলা অনুষ্ঠান 'সম্প্ৰীতি সংঘৰ' সভানেত্ৰী। এই সংঘৰ একাদশ বছৰীয়া উৎসৱ এইবাৰ নাৰী নিৰ্য্যাতন বিৰোধী দিৱস হিচাবে পাতিবলৈ স্থিৰ কৰা হৈছে। ইয়াৰ বাবে এখন বিশেষ কাৰ্য্যকৰী সমিতিও গঠন কৰা হৈছে। কাৰ্য্যকৰী সভাপতি হিচাবে সৰবৰহী উদ্যোগী মহিলা অহল্যা বৰুৱাক নিযোগ কৰা হৈছে। অহল্যা বৰুৱাই অতি উৎসাহেৰে উৎসৱৰ কাৰ্য্যসূচী প্ৰস্তুত কৰিছে। উৎসৱৰ মুকলি সভাত আৰম্ভনীতে গাবলৈ তেওঁ এটি গীত লিখি বেগম চাহেৰাৰ ঘৰলৈ গৈ তেখেতক পঢ়ি শুনালে। খুব উপযুক্ত গীতেই হ'ব বুলি তেখেতে মত প্ৰকাশ কৰিলে। বৰুৱানীয়ে কেনেবাকৈ গম পালে আমিনাই বোলে

ভাল গীত গাব পাৰে । এই কথাটো বেগম চাহেবাক কোৱাৰ লগে লগে তেখেতে কথাটো শুনি এটা বেলেগ আনন্দ পালে আৰু তেতিয়াই আমিনাক মাতি আনিলে তেখেতৰ লগত আলোচনা কৰিবলৈ ।

আমিনা আহিল । "আমিনা আমাৰ এখন মহিলা সংঘ আছে । নামত মযে তাৰ সভানেত্ৰী কিন্তু সকলো কাৰ্য্যৰ দায়িত্ব এখেত বকৰানীৰহে । আমাৰ সংঘৰ বছৰেকীয়া উৎসৱ এইবাৰ 'নাৰী নিৰ্য্যাতন' বিৰোধী বৰ্ষ হিচাবে পাতিবলৈ স্থিৰ কৰিছো । তোমাকো আমি এই সংঘৰ সভ্য বুলি লৈছো— এতিয়া তুমি সহযোগ কৰি আমাৰ উৎসৱ সাফল্যমণ্ডিত কৰাত সহায় কৰিব লাগিব ।" – বেগম চাহেবাৰ কথা শুনি আমিনাই ক'লে— "মাহীদেউ, মইতো সংঘৰ কোনোএজনকো চিনি নেপাওঁ— কি দৰেনো সহযোগ কৰিব পাৰো ?"

"এওঁ বকৰানী মোৰ ভগ্নীসমা । সমাজ কল্যাণ বিভাগৰ এক উচ্চ পদবীৰ চৰকাৰী চাকৰিৰ পৰা যোৱা বছৰ অৱসৰ লৈ সামাজিক বিশেষকৈ মহিলা সকলৰ উন্নতিকল্পে কৰা সকলো প্ৰচেষ্টাৰ লগতে জড়িত । এতিয়া এওঁৰ সহযোগী হিচাবে কি কৰিব লাগিব – তোমাক কব ।"

ইমান পৰে বকৰানীকনো কি সম্বন্ধ ধৰি মাতিব আমিনাই চিন্তা কৰি আছিল । বেগমে ভগ্নীসমা বুলি কোৱাৰ লগে লগে আমিনাই ক'লে—

"কওঁক মাহীদেউ মইনো আপোনাক কি দৰে সহায় কৰিব পাৰো ।"

"তুমি উদ্যোগী ছোৱালী তোমাক মই ছোৱালী বুলিয়ে কৈছো; যাক, তুমি মোক এই উৎসৱৰ কামত লিখা পঢ়া আদি বহুত কামত সহায় কৰি দিব পাৰিবা । কিন্তু প্ৰথমতে, সভাৰ

মুকলি অধিবেশনত আৰম্ভণী গীতটো তুমিয়ে গাব লাগিব। তাৰ বাবে আমাৰ বাইদেউৱে কোৱা মতে এটা গীত মই লিখিছো। তুমি সুন্দৰ ল'ৰা ছোৱালীক সদায় গীত মাত শিকাইয়েই আছা।"

"কি কম বাইদেউ, মই পঢ়ি থকা কালত দুই এটা গীত কলেজৰ লক্ষী লখিমী বিলাকত গাইছিলো— আৰু সেই সময়ত ছুবাৰ বেছিয়' যোগে মোৰ গীতো প্ৰচাৰ হৈছিল।"

"খুব সুন্দৰ কথা। তুমি কাইলৈৰ পৰাই গীতটো গাবলৈ আৰম্ভ কৰা। মোৰ ঘৰত হাৰমনিয়াম, তবলা, বেহেলাও আছে মমো কেতিয়াবা বেহেলাত বেপ দিওঁ। সময় মতে তবলা বজাবৰ কাৰণে মানুহো পোৱা যাব। ইয়াৰ বাবে তোমাৰ কোন সময়ত সুবিধা হ'ব ?"

"মোৰ স্কুল চুটিৰ পিছতহে সময় পাওঁ বাইদেউ।"

"বাৰু, বাৰু সেয়ে হ'ব। ইয়াৰ পৰা মোৰ ঘৰ ওচৰতেই ওচৰত যদিও তুমি কোনো দিন যোৱা নাই। কাইলৈ মই আবেলি ৪-৩০ বজাত গাড়ীখন পঠিয়াই দিম। তোমাক লৈ যাবহি।" বেগমৰ ফালে চাই এইবাৰ বকৰাণীয়ে কলে "বাইদেউ আপুনিও ভালেমান দিন মোৰ তালৈ যোৱা নাই। কাইলৈ এওঁক নিবলৈ গাড়ী আহিলে আপুনিও এখন্তেক গলে বৰ ভাল পাম।"

"বাৰু যাম" বুলি সহজ সৰল মৰম সনা মাতেৰে বেগমে উত্তৰ দিলে। বকৰাণী আনন্দ মনেৰে গ'লগৈ।

এইদৰে নিয়মীয়াকৈ বকৰাণীৰ ঘৰত গীতৰ আখৰা চলিছে। বকৰাণীয়ে লিখা আৰম্ভণী গীতটোৰ সুৰ আগতে এজনে যেনেকৈ দিছিল আমিনাৰ মনঃপুত নহ'ল। তেওঁৰ মতে গীতৰ কথা আৰু সুৰৰ সঙ্গতি থাকিব লাগে। সেইদৰেই তেওঁ নিজে নতুনকৈ এটা সুৰ দি গীতটো গাবলৈ ল'লে। বকৰাণীয়ে তেওঁৰ দৰে অকল-

ঘৰীয়া হৈ থকা মহিলাসকলৰ লগত আলাপ আলোচনা কৰি বেছি ভাল পায়। আমিনা এতিয়া অকলশৰীয়া। তেওঁৰ লগত মুকলি মনেৰে কথা-বাৰ্ত্তা হবলৈ বকৰানীয়ে আমিনাক এদিন দেওবাৰে দুপৰীয়া ভাত খাবলৈ নিমন্ত্ৰণ জনালে। আমিনায়ো আনন্দেৰে আহিব বুলি ক'লে।

দেওবাৰে পুৱা টেলিভিছনৰ প্ৰগ্ৰেম চাই বকৰানী তেওঁৰ ঘৰৰ বহা কোঠাতে বহি আছে। এনেতে কলিং বেলটো বাজি উঠিল। বকৰানীয়ে দুৱাৰখন খুলি দিয়েই আমিনাক দেখি অতি আনন্দেৰে হাতখনত ধৰি নি চোফাখনত তেওঁক কাষতে বহুৱালেগৈ।

'তোমাৰ ল'ৰাটিৰ কিবা খবৰ পাইছানে ?

"হয় মাহীদেউ, তাৰ ট্ৰেইনিং পিৰিয়ড শেষ হৈছে, এতিয়াও তাক কামত ক'ত যোগ দিবলৈ কয় ঠিক হোৱা নাই বুলি লিখিছে। আপোনাৰো এটি ল'ৰা আছে বুলি মাহীদেউৱে কৈছিল। তেওঁ ক'ত আছে ?"

"সি বৰ্ত্তমান আমেৰিকাৰ বষ্টনত আছে! ভিতাকৈ ঘৰ এখনো লৈছে সিহঁতে তাত বহুত টকা দৰমহা পায় নহয়।"

"পিছে তাৰ বিয়া বাৰুৰ কথা কিবা ভাবিছেনে ?"

হাঁহি এটা মাৰি বকৰানীয়ে ক'লে, 'তুমি আগৰ মানুহৰ দৰেহে কথাবাৰ সুধিছা। আজিকালি ল'ৰাই বিশেষকৈ বিদেশত থকা বিলাকে বিয়া বাৰুৰ পাছহে মাক-দেউতাকক জনায়। উন্নত দেশৰ দেখিছো এইবিলাকো উন্নত কথাৰ ভিতৰত পৰে। মোৰ ল'ৰাৰ কাৰণে ইয়াত কন্যা দাঙাই মোক ধৰি থাকোতেই আজি দুবছৰমানৰ আগতে এবাৰ ইয়ালৈ অহাৰ আগে আগে মোলৈ তাৰ পত্ৰ লিখিছিল, "মা বৰদিনৰ বন্ধ মই এইবাৰ তোমাৰ লগত উপভোগ কৰিবলৈ যাম। লগতে তোমাৰ বোৱাৰীকো লৈ যাম।" কি কৰিম, মই উত্তৰত ক'লো— "যিমান পাৰা আনন্দ

দীঘলীয়াকৈ থকাকৈ আহিবা যাতে মাধৱ বিছুত ইয়াত থাকিব পাৰা।"

"বোৱাৰী ভাৰতীয়নে?"

"হয় ভাৰতীয়ই। চিঠিত জনোৱা মতে এদিন যথাসময়ত এটি মাদ্ৰাজী ছোৱালী লৈ ঘৰ ওলালহি। ছোৱালীজনী মাদ্ৰাজৰ এক সম্ভ্ৰান্ত তামিল পৰিয়ালৰ। মোৰ লগত দুই এটা অসমীয়া কথাও পাতিছিল। বোধকৰো মোৰ ল'ৰাই তাইক শিকাইছিল।

"মাহীদেউ কথা এটা সোধো বেয়া নাপাব।"

"সোধা।"

অলপ ইতঃস্ততঃ কৰি আমিনাই ক'লে, "তেখেতৰ মহাদেউ আছে বুলি শুনিছো। কিন্তু আপুনি কিয় এনেদৰে ......।"

কথাষাৰ শুনিয়েই বকৰানীৰ মুখখন কিবা এটা ক্ৰোধত অকণমান ৰঙা হৈ পৰিল; কিন্তু অলপ ধৈৰ্য্য ধৰি ক'লে 'মই প্ৰলোভনৰ বলি হ'লো। আমিনা তোমাৰ চেহেৰা পাতি এতিয়াও সুন্দৰ হৈয়ে আছে তথাপি" বুলি কিবা এটা ক'ব খুজি বকৰানী ক্ষন্তেক বৈ গ'ল— এবাৰ আমিনাৰ মুখলৈ চালে। আমিনা যেন অলপ সংকোচিত। ক্ষন্তেক পিছতে তেওঁ পুনৰ ক'লে— "তোমাৰ এই অৱস্থাৰ কাৰণো হয়তো কিবা প্ৰলোভন।"

"আপুনি ঠিকেই ধৰিছে মাহীদেউ। পিছে মোৰ কথানো কি ক'ম? আগতে বাৰু আপোনাৰ জীৱন ৰহস্যৰ অলপ আভাষ দিয়কচোন।"

"দিম, দিম আমিনা, তোমাৰ নিচিনা মানুহকহে মই ক'ব পাৰিম। ঘৰ সংসাৰ পাতি সুখে সন্তোষে থকা সকলে মোৰ জীৱনৰ দুখ বেদনা বুজিব বা উপলব্ধি কৰিব নোৱাৰিব। অ,' লতিকাই চাহ আনিছেই। খাই লোৱা বুলি উঠি গৈ এটা প্লাষ্টিকৰ টেমাৰ পৰা চানাৰ মিঠাই দুটামান আনি [illegible]

এখনত লৈ দুয়ো চাহ খালে। চাহ খোৱাৰ পাছত ইলাচী এটা ভাঙি দুটামান গুটি আমিনাৰ হাতত দি ক'লে—

"তুমি শুনিব খুজিছাতো— শুনা মোৰ জীৱন কাহিনী। কিন্তু মোৰ কথা শুনি তুমি আনন্দ নাপাবা তথাপি বাক কওঁ। এজন শিক্ষাবিদ নামধাৰী প্ৰফেচাৰৰ লগত মোৰ বিয়া হৈছিল। ভাৰতীয সংস্কৃতিৰ মতে স্বামী যিমানেই দুষ্কৃতিকামী নহওঁক কিয় নাৰীযে তেওঁক সদায দেৱতা বুলিয়ে ভাবিব লাগে। মই সেই সংস্কৃতিৰ পুজাৰী নহওঁ। সীতাক হৰণ কৰি সীতাৰ প্ৰতি ৰাৱণে কৰা পৈশাচিক ব্যৱহাৰৰ কাৰণে সতী মন্দোদৰীয়েও ৰাৱণক কৰ্কথনা কৰিছিল। আমাৰ প্ৰফেচাৰেও মোৰ এসময়ৰ যৌৱনোৎফুল্ল ৰূপ, লাৱণ্যৰ লোভত প্ৰলোভিত হৈ শেলী, বাইৰণ, কিট্চ, দুৰবা, দেৱকান্ত বৰুৱা, গনেশ গগৈ আদিৰ ৰোমাণ্টিক কবিতা আবৃত্তি কৰি মোৰ মন জয কৰিছিল। গীতৰ কথা ভাল হলেও সুৰ সংযোগ কৰি গালেহে যেনেকৈ গীতৰ প্ৰকৃত সোৱাদ পাব পাৰি তেনেকৈ আবৃত্তি কৰিলেহে কবিতাৰ সোৱাদ পোৱা যায়। আবৃত্তি কৰাত সিদ্ধহস্ত প্ৰফেচাৰে তেওঁৰ গলগলীয়া মাতেৰে সেই ৰোমাণ্টিক কবিতা বিলাক আবৃত্তি কৰি তেওঁৰ অন্তৰত যে প্ৰেম ফল্গু অহৰহ বৈয়েই আছে তাকে মোক পতিয়ন নিযাইছিল আৰু মঁয়ো মোৰ ভৰ যৌৱনৰ জোৱাৰ ভাটাত উটি গৈছিলো। তেওঁ কেই সম্পূৰ্ণৰূপে আত্মসমৰ্পন কৰিবলৈ ব্যাকুল হৈ পৰিছিলো। সেইয়া যে সেই অতুলনীয় কবিসকলৰ কথাহে আছিল, তেওঁৰ অন্তৰৰ কথা নহয় সেই কথা মই বুজিব নোৱাৰিছিলো আৰু সেই বিষয়ে মই চিন্তাও কৰা নাছিলো। কিন্তু বহুত পিছতহে জানিলো প্ৰফেচাৰে তেওঁৰ আগৰ এগৰাকী সহপাঠী নাৰীৰ লগত বহুত দিনি আগৰাটিও তেওঁক পিচত বিশ্বাসঘাতকতা কৰিছিল। তেনেকুৱা কথাও মই অহকাণে-পহুকাণে মোৰ বিয়াৰ আগে-আগে

শুনিবলৈ পাইছিলো। কিন্তু মই তেওঁৰ মুখৰ মৌসনা কথাত ভোল গ'লো। দেউতা হলেও তেকা বয়সত মানুহৰ চৰিত্ৰৰ কিছু দোষ ত্ৰুটি থাকিব পাৰে, শিক্ষিত লোক বুলিয়েই বিশেষ চিন্তা নকৰি বিয়াত সন্মতি দিলে। মানুহ বহুত গুণৰ অধিকাৰী হলেও যে ভাল মানুহ নহব পাৰে সেই কথা তেতিয়া মই জানিব নোৱাৰিছিলো— আমিনা।" এইখিনিলৈকে কৈ বকৰানী কিবা এটা চিন্তা কৰি থমকি ৰ'ল।

'কওঁকচোন মাহীদেউ, তাৰ পাছত কি হ'ল জানিবলৈ মোৰ মনটো বৰ উদ্বিগ্ন হৈ পৰিছে।"

বকৰানীয়ে আকৌ আৰম্ভ কৰিলে "বিয়াৰ পিছত দুবছৰ-মান আমাৰ খুব ভালেই গৈছিল— যথা সময়ত মই সন্তান এটিও লাভ কৰিলো। কিন্তু কি হ'ব, চোৰে নেৰে চোৰৰ প্ৰকৃতি বুলি আমাৰ এষাৰ কথা আছে। প্ৰফেচাৰবো সেয়ে হ'ল। এজন মনস্তাত্বিকে কৈছিল - বিয়া মানে এক সমুদ্ৰ যাত্ৰা। ইয়াত এদিন নহয় এদিন টো ধুমুহা আহিবই। আমাৰ বৈবাহিক জীৱনতো প্ৰবল ধুমুহা আহিল আৰু আমি দুয়ো দুফালে ছিটিকি পৰিলো।

আমাৰ স্কুল কলেজত বহুত ধৰণৰ ছোৱালী দেখিবলৈ পোৱা যায়। তাৰ ভিতৰত হঠাতে চকী, হোৱা মানুহৰ ছোৱালী বিলাক লাহ-বিলাহত আগবঢ়া হৈ ইমান আধুনিকা হৈ পৰে যে ভেওঁলোকৰ সাজ পোছাক দেখিলে লাজ লগাকৈ নগ্নতাৰ অন্য এটা ৰূপ যেনহে লাগে। আমাৰ প্ৰফেচাৰে সেই ছোৱালী বিলাকৰ মন জয় কৰিবলৈ মনমেৰে মাতি কিবা শিকাও বুলি সুবিধা পালে কলেজত থকা প্ৰফেচাৰৰ জিৰনী কোঠাতে অশালীন ব্যৱহাৰ কৰাৰ প্ৰয়াস কৰে। তাৰ বাবে ছাত্ৰী মহলত তেওঁৰ কুখ্যাতি প্ৰচাৰ নোহোৱাকৈ থকা নাই। কলেজৰ বেৰত দুই এখন প্ৰফেচাৰৰ বিষয়ে পঁষ্টাৰো ওলাইছিল। আৰু পিছত তেওঁ গৱেষণা কৰা

ডেকা গাভৰু আৰু বিবাহিত বিবাহিতা লোককো তেওঁৰ ঘৰলৈ মাতি আনি গাইত দিছিল। কিন্তু মই লক্ষ্য কৰিছিলো ছোৱালী বা মহিলাসকলক মই অকিচন্ত থকা সময়হে গাইতেল দিবলৈ মাতে আৰু সুযোগ সুবিধা বুজি তেওঁৰ কু-প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ চেষ্টা কৰে। মই এইবোৰ কথা জানি তেওঁক কেতিয়াবা দুই এষাৰ কটু কথা নোকোৱাকৈ থাকিব নোৱাৰিছিলো। কিন্তু এই ছোৱালী বা মহিলা সকলে নিজৰ উজ্জ্বল ভৱিষ্যতৰ কথা ভাবি, সকলো জানিশুনিও তেওঁৰ ওচৰলৈ আহে বা আহিব লগাত পৰে। কাৰণ তেওঁৰ ৰুচি অভিৰুচিৰ ওপৰতে ডক্টৰেট ডিগ্ৰী পোৱা বা তেওঁ পঢ়োৱা বিষয়ত প্ৰথম শ্ৰেণী পোৱাটো বিশেষকৈ নিৰ্ভৰ কৰে। এই কাৰণেই সেই গাভৰু আৰু মহিলা সকলৰ বেছি ভাগেই বহুত কথা সহ্য কৰি থাকে, কিন্তু তাৰ ভিতৰত ব্যতিক্ৰম নোহোৱাও নহয়। তোমাক কিনো কম কবলৈকে লাজ লাগে। তথাপি আজিলৈকে কাৰো আগত নোকোৱা কথা এষাৰ তোমাক কওঁ, মই লোকৰ কথা কৈ ভাল পাওঁ বুলি আকৌ নাভাবিবা আমিনা।"

"মই আপোনাক তেনেকৈ কেতিয়াও নাভাবো। আপোনাৰ অন্তৰৰ ঘাত-প্ৰতিঘাতৰ কথাহে মোক মৰম কৰি কৈ অন্তৰত আপুনি অকণমান সকাহ পাইছে। নিদাৰুণ দুখ কষ্টৰ কথা আনৰ আগত ক'বলৈ পালে মনলৈ অকণমান হলেও সান্ত্বনা আহে।ময়ো ভুক্ত ভোগী মাষ্টাৰদেউ, আপোনাৰ কথা শুনি মোৰ অন্তৰৰ কথাও আপোনাক ক'ম বুলি ভাবিছো, আপোনাকেই ক'ম। আপুনিহে বুজিব পাৰিব মোক অকণমান হয়তো সান্ত্বনা দিব পাৰিব। মোক আপোনাৰ নিজৰ বুলিয়েই যেতিয়া সকলো কৈছে কওঁক মাষ্টাৰদেউ।"

"এৰা কওঁ শুনা তাৰ পিছত কি হ'ল। এদিন মই

'সুখ্যাতিৰে পাছ কৰি কলেজ এখনৰ অধ্যাপিকাৰ কাম কৰি থকা এগৰাকী মহিলাক হঠাতে লগ পালো। তেওঁ প্ৰায়েই প্ৰফেচাৰৰ ওচৰলৈ গাইডেন্সৰ কাৰণে আহিছিল। যদিও পিছলৈ নহা হ'ল। মই কাৰণ সোধাত তেওঁ কলে— "প্ৰফেচাৰৰ পাণ্ডিত্যৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে কিন্তু মানুহ হিচাবে মই তেওঁক পশু বুলি ভাবো। বেয়া নাপাই যদি মই আপোনাক এটা কথা কওঁ বাইদেউ, দায়-দোষ নধৰিব। এদিন আপুনি অফিচত থকা সময়ত মোক নিৰলে দুটামান কথা শিকাম বুলি মাতি নি অকলশৰীয়া ঘৰখনত মই সোমোৱা মাত্ৰেই দুৱাৰখন বন্ধ কৰি ভিতৰৰ পৰা খিলি লগাই দি পশুমূৰ্ত্তি ধৰিলে। ভাগ্যে পিচফালৰ গা-ধোৱা ঘৰৰ দুৱাৰখন খোলা আছিল। মোৰ লগত নিয়া সকলো কিতাপ পত্ৰ এৰি প্ৰাণ পণে সেই দুৱাৰেদি দৌৰি ওলাইগৈ কোনোমতে সেই দিনালৈ এটা অতি লাজ লগা অৱস্থাৰ পৰা ৰক্ষা পৰিলোঁ। এতিয়া কওক বাইদেউ, তেখেতৰ ওচৰলৈ পুনৰ আৰু কি শিক্ষা লবলৈ যাম।"

অধ্যাপিকাৰ কথা শুনি মই ক'লা বৰা পৰি গ'লো আৰু ঘৰলৈ আহিয়ে দুজনী গাভৰু ছোৱালী বাহিৰৰ কমতে তেওঁৰ লৈতে কিবা কিবি আলোচনা কৰি থকা দেখিলো। মই আৰু ভাবিব নোৱাৰা হৈ কঠোৰ ভাবে সিহঁত দুজনীক ক'লো—"তোমালোক এতিয়া যোৱা।" মোৰ বোধকৰো মুখৰ চেহেৰা দেখি আৰু মাত শুনি দুয়োজনী একাষাৰো মাত নমতাকৈ উঠি গুচি গ'ল।

—"ছোৱালী দুজনী এনে অভদ্ৰভাৱে পঠিয়াই দিলা কিয়?"

'ভদ্ৰতাৰ কথা কোৱাৰ আগতে নিজে ভদ্ৰ হবলৈ শিকা। তুমি কিমান ভদ্ৰ মই এইমাত্ৰ জানি বুজি আহিছো।" এই কথা শুনি বাঘৰ দৰে গৰজি গুমৰি মোক বহুত বেয়া কথা শুনালে। কিন্তু তাৰ মাজতে মই দৃঢ় ভাবে ক'লো "মই আজিৰ পৰা এমাহৰ

তুমি ল'ম আৰু চাম তুমি কেনেকৈ এই ধৰত গাভৰু আৰু মহিলাক শিক্ষা প্ৰদান কৰা।" বিবুদ্ধি হৈ প্ৰফেচাৰে ডেকা গাভৰু আনকি কিছু বয়সিয়াল সকলকো গাইডেন্স দিয়া বন্ধ কৰিলে; কিন্তু এই বিলাক কথাৰে আমাৰ মাজত মাজে মাজে খণ্ড যুদ্ধ হ'বলৈ ধৰিলে। মুঠতে ঘৰখনত অশান্তি আৰম্ভ হ'ল।

অলপ দিনৰ পিছতে তেওঁ দুবছৰৰ কাৰণে ভিজিটিং প্ৰফেচাৰ হিচাবে মণিপুৰলৈ গ'ল। মযো মনে মনে ভালেই পালো, ভাবিলো বাহিৰত থাকিলে তেওঁৰ আচৰণ বিচৰণ বিলাক নিশ্চয় কিছু হলেও ভাল হ'ব। এনেকৈয়ে চাৰি পাঁচ মাহ মান মই একৰকম শান্তিৰে থাকিলো। কিন্তু এদিন হঠাতে তেওঁ মণিপুৰ এৰি ঘৰলৈ ঘুৰি আহিল। মই অলপ আচৰিত হ'লো। সুধিলত কলে 'তাত কাম কৰি ভাল নলগাত গুচিয়েই আহিলো।" ইয়াৰ পিছত প্ৰায় চাৰি পাঁচ মাহ মান সময় আমি দুয়ো প্ৰায় ভালেই চলি আছিলো। এদিন ৰাতিপুৱা প্ৰায় সাঁতমান বজাত আমাৰ কলিং বেলটো বাজি উঠিল। মই ৰাতিপুৱাই কোননো আহিলে বুলি বিচনাৰ পৰা উঠি গৈ বাহিৰৰ বন্ধ দুৱাৰখন খুলি দিলো। দেখিলো দুৱাৰ মুখতে হাতত এটা চুটকেচ লৈ এজনী গাভৰু ছোৱালী থিয় দি আছে। পুৱাতে এজনী অচিনাকি ছোৱালী অহাত মই অলপ আচৰিত হলো। ছোৱালীজনীয়ে সুধিলে- "এইটো প্ৰফেচাৰ বৰুৱাৰ ঘৰ হয়নে?" মই হয় বুলি কৈ ক'লো "তুমি ইয়াতে অলপ পৰ বহা, মই তেওঁক মাতি দিওঁগৈ।" ছোৱালীজনী বহিল। প্ৰফেচাৰক মাতি দিয়াৰ আগতে মোৰ মনত এটা কৌতুহল জাগি উঠিল আৰু তাই ক'ৰ পৰা আৰু কিয় আহিছে সেই কথা সুধিলো। তাই কৈ গ'ল—"মই মণিপুৰৰ ছোৱালী, এতিয়া মণিপুৰৰ পৰা আহি গুৱাহাটী ষ্টেচনত নামিছোহি। অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকৰ দ্বাৰা আয়োজিত

এখন নৃত্যানুষ্ঠান হ'ব । সেই অনুষ্ঠানৰ মুকলি সভাত প্ৰফেচাৰ বৰুৱায়ো অংশ গ্ৰহণ কৰিব বুলি আমি প্ৰপ্ৰেমত পাইছো । প্ৰফেচাৰ বৰুৱা মণিপুৰ এৰি অহাৰ দুমাহ মানৰ পাছতেই মোক লৈ আহিমগৈ বুলি কথা দিছিল । কিন্তু এতিয়াও নোযোৱাত কিবা অসুখ বিসুখ হৈছে বুলি মাইতে ভাবিলে । তেখেতে নিজৰ ঠিকনা দি নহাৰ কাৰণে আমিও কোনো চিঠি পত্ৰ দিব নোৱাৰিলো। আমাৰ সকলোৰে ঠিক কৰিলে তেখেতে ঠিকনা নিদিলেও প্ৰপ্ৰেমত যেতিয়া তেখেতৰ নামটো আছে, নি-চয় কোনোবাই তেখেতৰ ঘৰটো দেখুৱাই দিব পাৰিব। মোক নাচৰ পাৰ্টিৰ লগতে মাইতে পঠিয়াই দিলে । আমাৰ এডভোকেট দাদাৰ গুৱাহাটী হাইকোৰ্টত এটা কেচ ফাইল" কৰিবলগীয়া আছে । দাদা আৰু মা সেয়ে ১০-১২ দিন পিচত আহিব। মই নাচৰ পাৰ্টিত আহিলো যদিও এতিয়া যোগ দিব নোৱাৰিম । কাৰণ ডাক্তৰে অহা মাহৰ প্ৰথম সপ্তাহতে সময় বুলি কৈছে। সেই কাৰণে মায়ে মোক আগতিয়াকৈ পঠিয়াই দিলে ।" —এইষাৰ কথা কৈয়েই ভাই মোক সুধিলে— "আপুনিনো প্ৰফেচাৰৰ কি হয় ।" ভাইৰ কথা শুনি মোৰ এনেয়ে খঙে মুৰৰ চুলিৰ আগ পাইছিলগৈ । ভাইৰ এই প্ৰশ্ন শুনি অলপ দৃঢ়ভাবে মই ক'লো— ময়েই এই ঘৰৰ গৃহিনী । এনেকুৱাতে প্ৰফেচাৰো বাহিৰলৈ ওলাই আহিল আৰু ছোৱালীজনীক দেখি মুছকচ খোৱাৰ দৰে হ'ল । —"অ' তুমিহে" বুলি মাত লগাব খুজিছিল যদিও সম্পূৰ্ণৰূপে মাত মুখৰ পৰা নোলাল । তপৰাই ছোৱালীজনীয়ে অলপ ঘৃণাৰ চকুৰেদি চোৱাৰ দৰে চাই প্ৰফেচাৰক চোৰক জেৰা কৰা দি কৰি ক'লে— "প্ৰফেচাৰ, তুমি তোমাৰ ঘৰত— কোনো নাই বুলি মোক ফাকি দিছিলা কিয় ?"

সকলো কথা বুজিব পাৰি মোৰ মুৰটো যেন ঘুৰাই গ'ল। 'হিন্দি, বঙালী আৰু অসমীয়া ভাষাত যিমান বেয়া বেয়া শব্দ

আছে সকলোবোৰ প্ৰয়োগ কৰি প্ৰকেচাৰক উচ্চস্বৰে গালি পাৰি সেই সময়ত মোৰ ভাইভাবৰ আহি নোপোৱাত মোৰ ছুটামান ঘত হাতত লৈ মই নিজেই গাড়ী চলাই যাইতৰ ঘৰলৈ গুচি আহিলো। তাৰ কিছুদিনৰ পাছত দেউতাই দিয়া এই মাটি টুকুৰাতে এই ঘৰটো সাজি থাকিবলৈ লৈছো। একো মহলেও মই এতিয়া যেন কিছু শান্তিত আছো।” অৰুণমান থমকি বৈ ঘৰুৱানীয়ে ক’লে “কিন্তু কেতিয়াবা মোৰ নিজৰেই লাজ লগা যেন লাগে— সেই সময়ত মোৰ মুখৰ পৰা কেনেই ইমান বেয়া কথাবোৰ ওলাইছিল। এজন শিক্ষিত পুৰুষক সেইদৰে থং মকৰি ভাল ভাষাৰেও তেওঁৰ প্ৰতি থকা মোৰ অন্তৰৰ ক্ষোভ, ঘৃণাৰ কথা বুজাই দিব পাৰিলোহেতেন।” —এইবুলি কৈয়েই তেওঁ অনুশোচনাত যেন অকণমান অস্থিৰ হৈ পৰিল আৰু মুখে কপালে হাত দি বহি পৰিল। ঘৰুৱানীৰ জীৱন বৃত্তান্ত শুনি আমিনাৰো বহুত কথাই মনলৈ আহিছিল যদিও একো কব নোৱাৰি তাই নিমৰ হৈ ব’ল।

“বাইদেউ, ভাতৰ টেবুল লগালো, আহক।” লতিকাই আহি ক’লেহি। লতিকাৰ কথা শুনি ঘৰুৱানীৰ স্বপ্ন ভংগ হ’ল। তেখেতে নিজেই নিজৰ কথাবোৰ মনৰ আবেগত আমিনাৰ আগত কৈ বিচলিত হৈ পৰাত অকমান লাজ অনুভৱ কৰিলে। পুনৰ মনলৈ বল আনি ক’লে— ‘ব’লা হৈ যোৱা কথা হৈ গ’ল। এতিয়া এইবোৰ শুনি থাকি কি হ’ব” বুলি আমিনাক এহাতে— সাৰটি ধৰাদি ধৰি নি খোৱা টেবুলত বহুৱালেগৈ আৰু নিজেও খাবলৈ বহিল। ভাত খাই থাকোতে আমিনাই ক’লে—

“বাইদেউ, আপোনাৰ আজা. তৰকাৰীবোৰ ইমান সোৱাদ লগা হৈছে খাবলৈ! আমুৰি ইমান ভুক্তি বুথি লগাই ৰান্ধিব জানে।”

ধকৰানীয়ে হাঁহি এটা মাৰি ক'লে, "বুজিছা আমিনা, মই কিছু লিখা পঢ়াকে শিকিলো; এই মুৰ্গীৰ জোল আৰু মাছৰ কাৰী হোটেলৰ পৰাহে অনাইছো।"

"মাহীদেউ, তেনেহলে মোকেই নকলে কিয়? মৰেই ৰান্ধি বাঢ়ি দিলোহেতেন। মই সকৰে পৰা ৰান্ধি বাঢ়ি খোৱা ছোৱালী। পিছে মই ৰান্ধিলে আপুনি আকৌ খাবলৈ বেয়া পাব নেকি?"

"নাই নাই আমিনা। তুমি তেনেকৈ কিয় কৈছা, আমি সকৰে পৰা মুছলমান ঠাকুৰৰ হাতে ভাত খায়েই ডাঙৰ দীঘল হৈছো। দেশ বিভাজনৰ আগতে মোৰ দেউতা কৰিমগঞ্জৰ মহকুমাধিপতি আছিল। তেখেতৰ পাৰচনেল অৰ্ডালি আছিল 'হেকিম'। সি খুব ভালকৈ ৰান্ধিব জনা বাবে দেউতাই তাক অৰ্ডালি আছিল যদিও ৰন্ধা-বঢ়া কামতহে লগাইছিল। সি খুব ভাল মুৰ্গীৰ জোল ৰান্ধিছিল। তেনেকুৱা সোৱাদ লগা আঞ্জা মই এতিয়াও খাই পোৱা নাই। তোমাক দিয়া এই জোলতো মই সঁচাকৈয়ে সেই সোৱাদ পোৱা নাই। তুমি যেতিয়া ৰান্ধিব জানো বুলি কৈছা তোমাৰ হাতে ৰন্ধা খাবলৈ মোৰ বৰ হেপাহ হৈছে। এদিন আহিবানে?

"নিশ্চয় আহিম, মাহীদেউ।".

"তেন্তে শুনা, মই এই ঘৰ লোৱাৰ পিছৰ পৰা মোৰ বান্ধৱী মুছফিকা আৰু পূৰ্ণিমাই নতুন ঘৰত খুৱাব লাগে বুলি সদায় কৈ আছে। মাঘ বিহুলৈ আৰু ১৫ দিন মানহে বাকী। মাঘ বিহুৰ আগদিনা ৰাতি অৰ্থাৎ উৰুকাৰ নিশা আমাৰ অসমীয়া সমাজত ভোজ-ভাত খোৱাৰ এটা নিয়ম আছে। মই সকলো যোগাৰ কৰি থম। তুমি আহি সেইদিনা ৰান্ধিবাহি। সিহঁত দুজনীকো মই মাতিম। কিন্তু সেইৰাতি তুমি মোৰ ইয়াতে থাকিব লাগিব। আমি দুয়োজনীয়ে বহুত কথা পাতিম।

'ঋক, হৰ খাইদেউ, বুলি আমিনা গ'লগৈ।

## ত্ৰয়োদশ অধ্যায়

নাৰী নিৰ্য্যাতন বিৰোধী বৰ্ষ হিচাবে পালন কৰিব খোজা সম্প্ৰীতি 'সংঘৰ' বছৰেকীয়া উৎসৱৰ আযোজন সম্পূৰ্ণ হৈ উঠিল। খান বাহাদুৰ জালালউদ্দিন আহমদক সেই সভালৈ বিশিষ্ট অতিথি ৰূপে নিমন্ত্ৰণ কৰা হৈছিল যদিও শাৰীৰিক অসুস্থতাৰ বাবে তেখেতে সভাত যোগদান কৰিব নোৱাৰিলে। চাহেবা বেগম এই 'সম্প্ৰীতি সংঘৰ' স্থায়ী সভানেত্ৰী। মাকক লগত লৈ নাজিমা, আমিনাহঁত সভালৈ গ'ল। যাওঁতে বেগম চাহেবাই অৰুনাক (কাম কৰা ছোৱালী) বিশেষকৈ কৈ গ'ল— তাই যেন চাহাবক এৰি এখন্তেকো ক'লৈকো নাযায়। সভা ভংগ কৰি সকলোটি ঘুৰি অহাৰ পাছত খান বাহাদুৰে বৰ জীয়েক নাজিমাক ওচৰলৈ মাতি আনি সভাৰ কথা সুধিলে। নাজিমাই ক'লে—

"বাবা, মা আৰু আপোনাৰ কাৰণে আগতে অলপ হৰ-লিক্স আনো। মায়ে সভাত খাবলৈ কিবা-কিবি দিয়া সত্বেও একো নেখালে।" ইয়াৰ পাছত নাজিমাই নিজেই দেউতাক আৰু মাকৰ বাবে হৰলিক্সৰ লগতে কিবা দুটামান আনি দেউতাকক দি মাককো তালৈকে মাতি আনিলে। সভাত বহু সময় একেথৰে বহি থাকিব লগা হোৱাত মাকৰো অলপ ভাগৰ লগা যেন লাগিছিল। সেই কাৰণে ওচৰতে থকা খিচমাধনতে কাতি হৈ পৰি নাজিমাই নো কি কয় শুনিবলৈ তেওঁ অলপ ব্যগ্ৰ হৈ পৰিল। নাজিমাই আৰম্ভ কৰিলে—"বাবা, আজি যে সভাত কিমান মানুহ, ইমান ডাঙৰকৈ সজা ৰভা ঘৰটোতো মানুহ বহিবলৈ ঠাই নাইকিয়া যেনেই হৈ পৰিছিল। মহিলা আৰু ছাত্ৰী সকলৰ-

উপৰিও বহুত ভদ্ৰলোক সভাত উপস্থিত আছিল। মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী, জিলাৰ উপায়ুক্ত সকলে মুখ্য অতিথি বা বিশিষ্ট অতিথি হিচাবে সভাত যোগদান কৰিছিল। বৰুৱানী বাইদেউৰ দেউতাক জজ চাহাবে আপোনাৰ কথা সুধিছিল। আপুনি সভালৈ আহিব নোৱাৰিলে বুলি ক'লত তেখেতে ক'লে— "মই বিশেষকৈ খান বাহাদুৰক সভাত লগ পাম বুলি আশা কৰিহে আছিছিলো।" খান বাহাদুৰে গুৰ-গুৰিটোত এটা দীঘলকৈ হোপা মাৰি লগতে দুটামান কাঁহ মাৰি ক'লে,— "এৰা মই জজ চাহাবক বহুদিন লগ পোৱা নাই। তেওঁক লগ পোৱা হলে মোৰো বৰ ভাল লাগিলহেঁতেন। বাক এতিয়া কোৱাচোন, সভাৰ সভাপতি কোন আছিল ?" নাজিমাই ওচৰতে থকা মাকলৈ চাই হাঁহি এটা মাৰি ক'লে— 'আমাৰ মা 'সম্প্ৰীতি সংঘৰ' স্থায়ী সভানেত্ৰী। মায়ে সেইদিনা অইন এজন সভাপতি হলে ভাল বুলি কৈছিল কিন্তু সাধাৰণতে মাৰ লগত বহুত কথাত বাহি জোৰা নহা শইকীয়ানী মাহীদেউৱে মাক বহুত প্ৰশংসা কৰি তেৱেঁই সভাপতি হলে ভাল হব বুলি প্ৰস্তাৱ কৰিলে। সম্পাদিকা চাৰু বাইদেউৱে সেই প্ৰস্তাৱ সমৰ্থন কৰাত তুমুল হৰ্ষধ্বনি আৰু হাত চাপৰিৰ মাজত মায়ে সভাপতিৰ আসন গ্ৰহণ কৰিলে।" কথাটো শুনি খান বাহাদুৰৰো মুখখন যেন অলপ উজ্বল হৈ উঠিল আৰু ৰসিকতা কৰা দি কৰি ক'লে— "সেই গধুৰ দায়িত্ব বহন কৰা কাৰণেই বোধক.বা তোমাৰ মাৰাই আহিয়েই বিচনাত পৰিব লগা অৱস্থা হৈছে। বাৰু এতিয়া সভাৰ কথাবোৰ কোৱাচোন।"

নাজিমাই ক'লে — "এটা আৰম্ভনী গীতেৰে সভাৰ কাৰ্য্য আৰম্ভ হ'ল। এই গীতটি বিশেষকৈ এই উৎসৱৰ বাবে ৰচনা কৰিছিল অহল্যা বাইদেউৱে। কিন্তু পৰিবেশন কৰিলে আমাৰ আমিনাই।" খান বাহাদুৰে অলপ আচৰিত হোৱাৰ দৰে সুধিলে,—

"তাই গান গায় নেকি ?"

"হয় বাবা তাই কলেজত পঢ়া সময়ত ঢাকাৰ পৰা অনাতাঁৰ যোগে তাই গোৱা গীত প্ৰচাৰ কৰাও হৈছিল হেনো। আজি তাই গান গাবলৈ উঠি যাওঁতেই তাইক দেখি সকলোৱে হাত চাপৰি মাৰিছিল। মোৰ কাপোৰ যোৰকে পিন্ধাই তাইক সভালৈ নিছিলো। সেই কাপোৰ যোৰেৰে তাইক এনেকুৱা শুৱাইছিল যেন তাই এজনী কলেজীয়া ছোৱালীহে। খুব আৰু গীতৰ কথাৰ এনেকুৱা এটা সমন্বয় ঘটিছিল যে সকলো মানুহে তন্ময় হৈ সেই গীত শুনিছিল আৰু গীতৰ শেষত হৰ্ষধ্বনি আৰু হাত চাপৰিৰে সভা ঘৰ তল ওপৰ হৈ পৰিছিল। গীতটিৰ কথাখিনিও যথ সময়োপযোগী আছিল। কথাটো শুনি খানবাহাদুৰে সুধিলে—

—"গীতটি তোমাৰ হাতত আছে নেকি ?"

—"হয় বাবা, গীতটি ছপা কৰি সকলোৰে মাজত বিলাই দিয়া হৈছিল। —এইয়া এখন আছে লওক।

খানবাহাদুৰে ক'লে—"মই লাইটৰ পোহৰত পঢ়িবলৈ অলপ দিগদাৰ পাওঁ। তুমিয়েই পঢ়ি দিয়াছোন।"

নাজিমাই পঢ়ি গ'ল—

: গীত :

এই নদী আজিও বৈ যায়—
কাষৰ কহুৱাবন বিৰিনাৰ পাতে আজি
অতীতক দিয়ে সৌৰবাই—
ক'ত জাতি উপজাতি
পৰ্ব্বত ভৈয়াম ভেদি—
মহামিলনৰ গীত গাই

একে সোঁতে যায় আগুৱাই
বাম বহিম হুয়ো একে ভাই ভাই
ভাগৱতী ধবমত্ত ভেদা ভেদ নাই—
অসমৰ এই মূলমন্ত্ৰ
স্থিতি আমাব গনতন্ত্ৰ
মহামিলনৰ গীত গাই
একে সোঁতে যায় আগুৱাই
এয়ে মোব মহাতীৰ্থ অসমী আই—
দয়াৰ দুৱাৰ আজি চৌপাশে খোলা আছে
ভাগকৰা, ভগনীয়া আহিছে সোমাই
পাওঁ বুলি জিবণিব ঠাই
অসমী সুষমা আই
সকলোকে আছে চাই
নাহিৰা, সুচুৰা বুলি নিদিয়ে বিদায়
—এয়ে মোব মহাতীৰ্থ অসমী আই।

* * * * * * * *

ভাযে ভায়ে কোলা কুলি
পাতিছে অমিয়া পূৰী
কোন ক'ৰ, কোন কাৰ বিচাৰোতা নাই
এয়ে মোব মহাতীৰ্থ অসমী আই
—এই নদী.... .... .... ....

গীতটোৰ কথাবিলাক শুনি খান বাহাদুৰে বৰ ভাল পালে। নাজিমাই সভাৰ বৰ্ণনা দি ক'লে—

'মুখ্যমন্ত্ৰীজন সদায় কম কথা কোৱা মানুহ। আজি তেওঁ শুক গম্ভীৰ স্বৰেৰে বৰ্ত্তমান মহিলা সকলে কামত আগবাঢ়ি অহা দেখি সন্তুষ্টি প্ৰকাশ কৰিলে মাত্ৰ। শিক্ষামন্ত্ৰী ববগোহাঞিও এজন

হাগ্যৰসিৰ মানুহ আৰু খুব ৰস লগাই কথাও কব পাৰে। তেওঁ ৰসিকতা কৰি ক'লে,– "মই দেখিছো মুৰত ওৰণি লথকা বেছিভাগ নাৰীহে ইয়াত সমাগত হৈছে। কিন্তু মুৰত ওৰণি লৈ পথাৰত ভুঁইৰোৱা, ধানৰ কঠীয়া পৰা চেকীত ধান বানি খোৱা তিৰোতা সকলৰ ইয়াত সমাগম নোহোৱাই যেন লাগিছে। আজি নাৰী সমাজ আৰু আগৰ দৰে নিৰ্য্যাতিত আৰু অৱহেলিত হৈ থকা নাই যেনেই লাগে। আৰু তেওঁলোকৰ নানা দিশত উন্নতিও পৰিলক্ষিত হৈছে। আমাৰ আইহঁতে মুৰত ওৰণি লৈ যিবোৰ চুৱাৰদলিত উজুটি খাইছিল আজি কালি পৰ্দাহীন নাৰী সকলে তেনেকুৱা চুৱাৰ দলি উজুতিতে উৰাই দিলে।" শিক্ষামন্ত্ৰী বৰ গোহাঞিৰ কথা শুনি সভাত ইমান হাঁহিৰ ৰোল উঠিছিল যে পেণ্ডেলৰ ওপৰৰ ঢাকনি কাপোৰখন উৰি যাও যেন হৈছিল। ইয়াৰ পাছত জিলাৰ উপাযুক্ত প্ৰবীণ ৰাজগুৰুৱে চৰকাৰে বিশেষকৈ মহিলা সকলৰ বাবে লোৱা উন্নয়নমূলক আঁচনি বিলাকৰ এটা থুলমুল ব্যাখ্যা দিলে আৰু চৰকাৰৰ এইবিলাক কামত নাৰী সমাজৰ সহযোগীতা কামনা কৰিলে। ইয়াৰ পাছত নিৰ্দিষ্ট বক্তা অহল্যা বৰুৱানীয়ে তেওঁৰ ভাষণ আৰম্ভ কৰিলে।

খানবাহাদুৰে বহি থকা চকী খনতে গাৰ ভংগীটো অকণমান সলনি কৰি আগ্ৰহেৰে সুধিলে—"কোৱাচোন নাজিমা, তেখেতে কি ক'লে।" "তেখেতে বহুত কথাই কলে তাৰে চুটামান বাক মই আপোনাক ক'ম।" সীতা, দ্ৰৌপদী, জয়মতী আদি পুৰুষৰ হাতত নিৰ্য্যাতন সহ্য কৰি থকা নাৰী সকল আমাৰ চিৰ নমস্য হলেও তেওঁলোকৰ আদৰ্শেৰে নাৰী সমাজ পৰিচালিত হলে নাৰী নিৰ্য্যাতনৰ শেষ কেতিয়াও নহব। আজি নাৰীৰ আদৰ্শ হ'ব লাগিব মুলা গাভৰু, কনকলতা, ভোগেশ্বৰী ফুকননী, ইন্দিৰা গান্ধী, বেনাজীৰ ভুট্টো, খালেদা জীয়া, মাতৃ বজৰ নায়িকা, মাৰ্গাৰেট

পেছৰ আদিৰ দৰে নাৰীয়ে, এই সকলৰ শক্তি আৰু কাৰ্য্যদক্ষতাৰ আদৰ্শ লৈ নাৰী সমাজ উন্নতি পথত আগবাঢ়ি যাব পাৰিব। মিছা মূল্যবোধত আস্থা ৰাখি আৰু আগতে কৈ অহা নিৰ্য্যাতিত নাৰী সকলৰ আদৰ্শ লৈ আজিৰ সমাজত নাৰীয়ে নিজৰ অধিকাৰ আৰু স্বাতন্ত্র্য ৰক্ষা কৰিব কেতিয়াও নোৱাৰে। বক্তৃতাৰ্থী নাজীদেউৰ বক্তৃতাই সভাত বিশেষ আলোড়নৰ সৃষ্টি কৰিছিল। আৰু এনে নির্ভীক আৰু স্পষ্টকৈ কোৱা কথাবোৰৰ বাবেই সভাসদসকলে অনেকেই উচ্চ স্বৰে তেওঁক প্ৰশংসা কৰিছিল। কিন্তু হাজৰীকানীৰ দৰে দুই এগৰাকী বয়োজ্যেষ্ঠা মহিলাই কিবা কিবি বু-বাও নকৰাকৈ নাছিল। এইবাৰ খান বাহাদুৰে অলপ ৰসিকতা কৰি কোৱাৰ দৰে ক'লে — "ইয়াৰ পাছত সভানেত্ৰীয়ে ক'বলৈ কিবা বাকী থাকিল জানো নাজিমা ?"

দেউতাকে কোৱাৰ লগে লগে নাজিমাই উত্তৰ দিলে— আপুনি মাক তেতিয়াৰ দিনৰে সভানেত্ৰী বুলিয়েই ভাবি আছে হ'বলা? আমাৰ মাৰ সকলোৰে মাজত 'মডাৰেটৰ' বুলি এটা খ্যাতি আছে। কাৰণ আমাৰ মহিলা সকলৰ মাজত কোনো কথাৰ বাক্-বিতণ্ডা হ'লে বা ওখনা-ওখনি লাগিলে মায়েহে সদায় আপোচ কৰি দিব পাৰে। সেইদৰে আজি মাৰেও সভাত স্পষ্ট ভাবেই ক'লে— "ভাৰতীয় সংস্কৃতিৰ মূল সম্পূৰ্ণৰূপে উঘালি কেৱল নতুন আদৰ্শকে লৈ নাৰী সমাজে আগবাঢ়িবলৈ চেষ্টা কৰিলে ভৱিষ্যত অন্ধকাৰছন্ন হে হ'ব। সীতা জয়মতীৰ ধৈৰ্য্য শক্তি আৰু ইন্দিৰা আৰু খালেদা জিয়াৰ দৰে আধুনিক যুগৰ নাৰীৰ বুদ্ধিমত্তা আৰু কাৰ্য্যদক্ষতাক আমাৰ নাৰী সমাজে আদৰ্শ স্বৰূপে লৈ সকলোৰে উন্নতি কল্পে কাম কৰি য'ব লাগিব।" —নাজিমাৰ কথা শুনি খান বাহাদুৰ অলপ স্তম্ভিত যোৱা যেন হ'ল। বেগমে 'যে অতীত আৰু বৰ্ত্তমান সমাজৰ এটা মধুৰ সমন্বয়ৰ চিন্তা কৰি

কথাখিনি ক'লে, তেওঁ মনে মনে বৰ সন্তোষ পালে আৰু আৰু মন্তব্য কৰিলে— "এওঁ কথা শুনি বৰ ভালেই হৈছে। নাৰী সকলেই ভাৰতীয় সংস্কৃতিৰ মূলাধাৰ বুলি ক'ব পাৰি । তোমালোকৰ ওপৰতে বৰ্ত্তমান সকলো নিৰ্ভৰ কৰিছে । অসমীয়া নাৰীৰ সাজ পোচাক আদি দেখিয়েই অসমীয়া সমাজৰ এক বিশেষ বৈশিষ্ট্য যে আছে তাক সকলোৱে বুজিব পাৰে । কিন্তু পুৰুষ সকলৰ ভিতৰত সাজ পোছাকত কোন অসমীয়া, কোন বঙালী, কোন দিল্লীৱালা একো ধৰিব নোৱাৰি । অ,' নাজিমা, আজি-কালি তোমালোকে কেচ বছা বিহা নোলোৱা নেকি ?" বেগমলৈ চাই তেখেতে ক'লে— 'বহুদিন আগতে তোমাকো মই তেনেকুৱা এখন বিহা আনি দিয়া মনত পৰে ।" মুখত অকণমান হাঁহি বিৰিঙাই বেগমে ক'লে— "আপুনি আনি দিয়া বস্তুৰ প্ৰতি মোৰ সদায়েই আদৰ আছে । আজি মই সভালৈ যাওঁতে সেই কেচ বছা বিহা খনেই পাত মেৰাই গৈছিলো ।" এইবাৰ খান বাহাদুৰে খুব খোলা হাঁহি এটা মাৰি ক'লে— "তুমি কেচ্ বছা বিহা খনেৰে পাটৰ ফুল বছা মেখেলা চাদৰৰ সাজটো পিন্ধি গলে মই বৰ ভাল দেখোঁ ।" দেউতাকৰ কথা শুনি নাজিমাৰো খুব হাঁহি উঠিল ।

ইয়াৰ পাছত ঘৰৰ খিৰিকি খনেৰে সেই জোনাক ৰাতি ধীৰেধে বৈ থকা ধৰালিৰ ব্ৰহ্মপুত্ৰ নদীখনলৈ খন্তেক চাই খান বাহাদুৰে ক'লে— "আজি তোমালোক দুয়োজনীক একেলগে পাইছো, মোৰ মনৰ কথা এটা কওঁ ।

"কওঁক বাবাজান ।"

—"মোৰ এই সন্ন্যাসী ল'ৰাটোৰ কাৰণে মনত সদায় এটা চিন্তা । সি ক'লেও নুশুনে । বেলতলাৰ ঘৰখনতে অকলে অকলে থাকে । খোৱা লোৱাৰো একো ঠিক নাই । খোদাৰ কৃপাত যা হওঁক তাৰ এতিয়াও স্বাস্থ্য ভালে আছে । আমিনাজনী বৰ,

ভগী ছোৱালী। তাইৰ কথা-বাৰ্ত্তা বিলাকো বেছ ধীৰ স্থিৰ। তোমাৰ স্কুলতে সহকৰ্মী হিচাপে তাই শিক্ষকতা কৰি আছে আৰু তোমাৰ দাদাৰ ঘৰটোতে বৰ্ত্তমান তাই আছে। তাইক মোৰ বৰ মৰম লাগে। তাইকে আমাৰ মুকুটৰ কাৰণে মই ভাবিছো। ভাবো অলপ বয়স হৈছে আৰু আমিনাৰ এতিয়া গাভৰু ছোৱালী হৈ থকা নাই। তুমিয়েই পাৰিলে কিবা এটা কৰাছোন।

নাজিমাই দেউতাকৰ কথা শুনি মনতে অলপ ভালেই পালে। কিন্তু ক'লে— "আমিনা বৰ্ত্তমান মোৰ সহকৰ্মীযেই নহয়, নিজৰ ভনীৰ দৰেই হৈ পৰিছে। আনকি মোৰ স্কুলখনৰ বিষয়ে মোতকৈ তাইহে এতিয়া বেছি চিন্তা কৰে। কিন্তু মোৰ দাদাৰ বিষয়ে মোৰ ভনীৰ দৰে ছোৱালীজনীক ক'বলৈ অলপ বেয়া লাগে। আমাৰ অহল্যা বৰুৱাৰ লগত আমিনাৰ বৰ মিল। তেখেতে আদৰ সাদৰ কৰি আমিনাক এৰাতি দুৰাতি কেতিয়াবা নিজৰ লগত ৰাখেগৈয়ো। তেওঁৰ ঘৰত গৈ থাকিবৰ কাৰণেই নহয় এখন্তেকৰ কাৰণেও ওলাই গলেও আমিনাই মোক নোকোৱাকৈ নাযায়। আম্মাজান, তুমি যদি বেয়া নোপোৱা, মই বৰুৱানী মাহীদেউক কথাষাৰ উলিয়াবলৈ ক'ব পাৰো।"

বেগমে ক'লে, "আমাৰ সংঘৰ কামকাজবোৰত এতিয়া অহল্যাই মোৰ প্ৰধান সহায়কাৰিণী। সম্পাদিকা চাৰুৰ আপেক্ষিক ভাবে শিক্ষা-দীক্ষা ক'ম বাবে অভিজ্ঞতা সম্পন্ন উচ্চ শিক্ষিতা অহল্যাই আমাৰ সংঘ চলোৱা কামত সদায় লাগি থকাৰ কাৰণে মোৰ লগত তেওঁৰ এটা বিশেষ সম্বন্ধও গঢ়ি উঠিছে। তেওঁ মোক নিজৰ বায়েকৰ দৰে ভাবে আৰু সেইদৰে মোৰো তেওঁৰ প্ৰতি এটা ভনীৰ দৰে স্নেহ আছে। তেওঁ নিজৰ ভাগি যোৱা সংসাৰখনৰ কোনো কথাও মোৰ পৰা গোপন কৰা নাই। গতিকে আমিনাৰ কথাটো তেওঁৰ যোগেদিয়েই কৰিলে মই ভাল হ'ব

ভুলিয়েই ভাবো।

"ভেন্ত আম্মা, বিমান পাবো সোনকালে তেখেতক মই লগ ধৰিম।"

## চতুৰ্দ্দশ অধ্যায়

ব্ৰহ্মপুত্ৰৰ পানী এনেদৰে বঢ়া এইয়ে প্ৰথম। গুৱাহাটীৰ ফাঁচীবজাৰৰ কাষৰ পকা বাটটোৰ ওপৰেদি ব্ৰহ্মপুত্ৰৰ পানী বাগৰি যোৱাও বোধকৰো এয়ে প্ৰথম।

খানবাহাদুৰৰ ঘৰ গুৱাহাটীৰ ফাঁচীবজাৰৰ পৰা বৰ বেচি দূৰত নহয়। কিন্তু এই ৰাস্তাৰ কাষত থকা খানবাহাদুৰৰ ঘৰৰ আগত ব্ৰহ্মপুত্ৰৰ পানীয়ে ৰাস্তা বুৰাও বুৰাও কৰিছে যদিও ওপৰলৈ উঠা নাই। ব্ৰহ্মপুত্ৰৰ বুকু বাঢ়নী পানীত ওকন্দি উঠিছে, কোবাল ঢৌত অনেক গছ-গছনি উটি গৈছে, কেনে ফোটোকাৰে মহাবাহু ব্ৰহ্মপুত্ৰই যেন ৰুদ্ৰৰূপ ধাৰণ কৰিছে। ভৰলুমুখৰ ওচৰত ব্ৰহ্মপুত্ৰৰ বালিত বাঁহ-খেৰ আদি বিক্ৰী কৰা বেপাৰীবোৰে সৰু সৰু জুপুৰী সাজি থাকিবলৈ লৈছিল। এইদৰে সেই ঠাইৰ ব্ৰহ্মপুত্ৰৰ পাৰ এনেকুৱা খেৰ বাঁহৰ দ'ম আৰু অস্থায়ী ঘৰ বিলাকে ব্ৰহ্মপুত্ৰৰ বালি ঢাকি পেলাইছিল যদিও খানবাহাদুৰৰ ঘৰৰ ওপৰ তলাৰ পৰা বাৰিষা আৰু খৰালিত ঘটি থকা ব্ৰহ্মপুত্ৰৰ প্ৰাকৃতিক পৰিবৰ্ত্তন সকলো সময়তে ভালকৈ চাব আৰু উপভোগ কৰিব পাৰি।

এদিন আবেলি সচৰাচৰ বহাৰ দৰে চাহেবা বেগমে সন্মুখৰ ব্ৰহ্মপুত্ৰলৈ চাই চকী এখন পাৰি বহিল আৰু সন্মুখত থকা সৰু টেবুল খনতে চাউলৰ তলাখন থৈ চাউল খাছিবলৈ আৰম্ভ কৰিলে। কিন্তু সেইদিনা তেওঁৰ মনটো যেন অলপ চিন্তাক্লিষ্ট। সেই সময়ত ল'ৰা-ছোৱালীৰ হাই-উৰুমি নথকা নিজান ঘৰখনত তেওঁৰ মনটোও

যেন অলপ অথিৰ অৱিৰ। তেওঁৰ একমাত্ৰ পুতেক বাহাকুলে (মুকুট) তেওঁলোকৰ বেলতলাত পূৰ্বে থকা ধানৰ খেতি পথাৰ চোৱা-চিতা কৰিবলৈ থকা ঘৰটোতে এতিয়াও আছে। মাক-দেউতাকে তাৰ বিয়াৰ কথা ক'লেই সি ভাগিনীয়েক বেজিনা আৰু ঘৰত কাম কৰা পিতৃ-মাতৃহীনা ছোৱালী অৱলাৰ বিয়াৰ পিছতহে তাৰ বিয়া পাতিলে বিয়া পাতিব বুলি কয়। মাক চাহেবা বেগমৰ এই কাৰণেই মনত অকণমান দুখ। বাহাকুলৰ উপযুক্ত শিক্ষা দীক্ষা থকা সত্ত্বেও সি চাকৰি কৰিবলৈ ইচ্ছা নকৰে আৰু নগৰৰ বঙলা ঘৰত থাকিবলৈ ইচ্ছাও তাৰ নাই। গাওঁৰ মাজতে সোমাই গাৱলীয়া পৰিবেশত, গাৱলীয়া মানুহৰ অভাৱ অভিযোগ আৰু সুখ দুখৰ কথা বিলাকেহে যেন তাক বেচিকৈ আকৃষ্ট কৰে।

বাহাকুলৰ বিষয়ে কথা ওলালেই আমিনাই যেন খুব কৌতুহলেৰে শুনে এই কথাও তেওঁৰ চকুত নপৰাকৈ থকা নাই। মাতৃ সকলৰ সাধাৰণতে পুতেক জীয়েকহঁতৰ বিয়াৰ বাবে সদায় মনত এটা চিন্তা থাকেই— বেগমো ইয়াৰ ব্যতিক্ৰম নহয়। আমিনা এতিয়া খান বাহাদুৰৰ ঘৰৰে একজনীৰ নিচিনা হৈ পৰিছে। তাইৰ চাল-চলন ভাব-গতি কথা বতৰা দেখি বেগমৰ তাইৰ প্ৰতি এটা মাতৃ সুলভ মৰম সোমাইছে। তাইৰ ভৱিষ্যৎৰ কথাও তেওঁ নভৰা নহয়। বেগম সাংসাৰিক ক্ষেত্ৰত এগৰাকী অভিজ্ঞতা সম্পন্ন মাতৃ। আমিনাক তেওঁ ভালদৰে লক্ষ্য কৰিছে— কিন্তু আমিনাৰ শাৰীৰিক গঠনলৈ মন কৰি তেওঁ নিশ্চিত হ'ব পৰা নাই সচাকৈয়ে আমিনাৰ লগত থকা সন্তানটি আমিনাৰ নিজৰ নে · · ··· ···? কিন্তু সুধিব কাক? বাহাকুলৰ লগত আমিনাৰ বিয়াৰ বিষয় কথাও তেওঁ কেতিয়াবা ভাবে কিন্তু কাৰো ওচৰত ব্যক্ত নকৰে, হাকিমকো নকয়।

এনেকৈ ভলাত চাউল কেইটা লৈ ভাবি থাকোতেই, আমিনা

আহি তেওঁৰ ওচৰত থিয় দিলেহি— "মাহীদেউ, কি কৰিছে ?"

"কিনো কৰিম – এই চাউলকেইটাকে বাচিবলৈ লৈছো। চাই-চিতি বেছি দামী চাউল আনিলেও ধান-তুহ মথকা চাউল আজি-কালি নাপাওঁ। গোটেই দেশখন ভেজাল হ'ল।"

"ঠিকেই কৈছে মাহীদেউ, মানুহৰ মনবোৰ যেতিয়া ভেজাল হয় দেশৰ গতি এনেকুৱা হবই। আপোনাক কোৱাই নাই মাহীদেউ, সিদিনা বাহাৰুল দাদাই মোক শিক্ষয়িত্ৰীৰ কাম এটাৰ কাৰণে এজন বিষযাক বৰকৈ লগ ধৰিবলৈ ক'লে। মই যাবলৈ বৰ ইচ্ছা কৰা নাছিলো— কিন্তু দাদাই ক'লে— "মানুহজন মোৰ বন্ধু আৰু ভাল মানুহ। তুমি, মই পঠিযাইছো বুলি ক'লে কামটো হ'ব।" নাজিমা বাইদেউৱে ক'লে— নাযাবা, একো লাভ নহব। দাদাই নিজে সৎ ভাবে থাকে কাৰণে তেওঁ সকলোকে বন্ধু আৰু সৎ বুলিযে ভাবে। নাজিমা বাইদেউৱে আকৌ ক'লে— তুমি গলে মোৰ স্কুলৰ বহুত ক্ষতি হ'ব কিন্তু তোমাৰ উন্নতিৰ পথত মই হেঙাৰ নিদিওঁ। চেষ্টা কৰি চোৱা।"

মযো দাদাই কোৱা মতেই উচ্চ পদস্থ বিষয়া ইউনিচ আলীৰ ওচৰলৈ গলো আৰু প্ৰথমেই দাদাৰ কথা ক'লো। তেওঁ মুখেৰে একো নকলেও তেওঁ যেন দাদাক ভালকৈ চিনিয়ে নাপায় এনে ভাব দেখুৱালে। মই তেখেতৰ বিষয়ে আগেয়ে অলপ শুনিছিলো, নাৰীৰ প্ৰতি দুৰ্ব্বলতা আৰু ধনৰ প্ৰতি লোভ তেওঁৰ বৰ প্ৰবল আছিল বুলি। চাকৰি প্ৰাৰ্থী কোনোবা মাইকী মানুহ গলেই সময় সুবিধা বুজি তেওঁৰ এই দুপাট অস্ত্ৰৰ অৱস্থা বুজিয়ে এপাট নিক্ষেপ কৰে। সেই কাৰণে মই অতি সতৰ্কতাৰে অথচ দৃঢ়তাৰে বিচৰা চাকৰিটোৰ কাৰণে মোৰ যে যোগ্যতা আছে তাকো তেওঁক ক'লো। তেওঁৰ প্ৰথম দৰ্শনতে মোৰ এটা ধাৰণা হৈছিল মোলৈ তেওঁ প্ৰথম পাট অস্ত্ৰই নিক্ষেপ কৰিব। কিন্তু

বোধকৰো মোৰ কথা-বতৰা আৰু ভাৱ ভংগী দেখি তেখেতে দ্বিতীয় পাট অস্ত্র প্রয়োগ কৰি মোক সুধিলে— "তুমি এতিয়া কি কৰি আছা ?"

মই ক'ত আছো আৰু কি কৰিছো সকলো কথা তেওঁক ক'লো। মোৰ উত্তৰ শুনি তেখেতে ক'লে,— "খান বাহাদুৰৰ অন্তৰ্য়ত আছা যেতিয়া তুমি পাবিবা" বুলি এটা কৃত্রিম হাঁহি মাৰিলে আৰু ক'লে – "চাকৰি আছে কিন্তু চাকৰিৰ এতিয়া বজাৰ দাম বাঢ়িছে। এতিয়ালৈকে কোনো কোনোৱে দহ হাজাৰলৈকে এই চাকৰিটোৰ কাৰণে আগবঢ়াইছে। তুমি বাৰ হাজাৰ নগদ টকা লৈ শিক্ষাগত অর্হতা আদি চাৰ্টিফিকেট সহ কাইলৈ পুৱা ঠিক ৯ বজাত মোৰ ঘৰলৈকে যাবা। কাইলৈকে চাকৰি হ'ব। এইৰূপ উপকাৰৰ কাৰণে মোক নাপাহৰিবা আৰু আমাৰ এই গোপন বন্দোবস্তৰ কথাটোও কাকো নকবা দেই। নহলে কোনোবাই কথাটো শুনিলে বাতিৰ ভিতৰতে বেছি টকা আগবঢ়াই চাকৰিটো থাপ্ মাৰি নিব পাৰে। আৰু শুনা মোৰ সাজি থকা ঘৰটো সম্পূর্ণ কৰিবলৈ টকাৰ বিশেষ দৰকাৰ।"

ইউনিচৰ কথা শুনি মোৰ মুখখন যেন অলপ গধুৰ হৈ পৰিল। মোৰ মুখৰ কিছু পৰিবৰ্ত্তন দেখি আকৌ তেওঁ মাত লগালে – "বুজিছা, আমিনা চাকৰি পাবৰ কাৰণে আমাৰ দিনত আমি কোনো টকা দিব লগা নহৈছিল। যোগ্যতানুসাৰেই চাকৰি পাইছিলো। কিন্তু আজিৰ যুগ সম্পূর্ণ বেলেগ হৈ পৰিল। মোৰ লগৰ সকলো অফিচাৰে গাড়ী মটৰ ল'লে। ইয়াকে দেখি মোৰ মিচেছে এইবাৰ মোক 'ফাইনেল ওৱাৰনিং' দিছে— যদি মই এই বছৰৰ ভিতৰতে অর্থাৎ অহা তিনি মাহৰ ভিতৰত এখন গাড়ী কিনি দিব নোৱাৰো তেন্তে তেওঁ হেনো বিস্নাত উঠি কাপোৰ কানি লেতেৰা কৰি কোনো বিয়া সবাহলৈ আৰু নাযায়। গতিকে মই

মিৰূপায় । কাইলৈ পুৱা নটা বজাত মই তোমালৈ অপেক্ষা কৰিম ।”

বেগমে ক'লে—“মই এনেকুৱা চাকৰি দিব বুলি পইছা লোৱাৰ কথা খবৰ কাগজত দুই এবাৰ পঢ়িছো । কিন্তু খবৰ কাগজৰ কথা সকলো সচাঁ হয় বুলি বিশ্বাস কৰা নাছিলো। আজি তোমাৰ মুখে শুনিহে বুজিলো ! শিক্ষা বিভাগতেই যদি এনেকুৱা কেৰোণ সোমাল আমাৰ ভৱিষ্যত কি হবগৈ কেৱল আল্লাইহে জানে ।” — বুলি চাউলৰ ডলাখন ওচৰ চপাই ল'লে আৰু ক'লে—

“আমাৰ নিজৰে বেলতলাত থকা মাটিৰ ধান চাউল থাকোতে ইমান অসুবিধা পোৱা নাছিলো নিজৰ ঘৰৰ চাউলৰ ভাত খাই আমি বৰ তৃপ্তি পাইছিলো । আমাৰ হাকিমে আকৌ কেনেবাকৈ দাতঁত এটা ধান লাগিলেও খাব নোৱাৰে । কিন্তু আধি খোৱা মানুহ বিলাকে ধান আধি দিয়াত দিগদাৰি কৰিবলৈ ধৰাত সকলো ধানৰ মাটি তেখেতে বিক্ৰী কৰি দিলে আৰু খেতি পথাৰ নাই যেতিয়া বাজাৰুলকো ইয়ালৈকে গুচি আহিবলৈ কৈছিল, কিন্তু সি আহিবলৈ ইচ্ছা নকৰে । অকলে অকলেনো তাত থাকি সি কি খায, কি কৰে মোৰ বৰ চিন্তা লাগি থাকে । ভাল বস্তু এটা ৰান্ধিলেই তালৈ মনত পৰে ।”

কথাবোৰ শুনি থাকোতে আমিনাই ক'লে— “দিয়ক, মাহীদেউ, মেয়ে চাউল কেইটা বাছো ।”

“বাছা তেন্তে, মই তোমাৰ কাৰণে চাহ অকণমানকে কৰোগৈ ।” আমিনাই ‘নালাগে, নালাগে” বুলি কোৱাতো বেগম চাহ কৰিবলৈ উঠি গ'ল । আমিনাই চাউল বাছি থাকোতেই তাইৰ অবুজন মনে যেন কয় “মেয়ে গৈ দাদাৰ ভাতমুঠি ৰান্ধি দিদিও গৈ কিয় ?”

অলপ পিছতে কাম কৰা ছোৱালীজনীৰ হাতত থাল

এখনত দুকাপ চাহ আৰু খোৱা বস্তু দি তাইক লগত লৈ বেগম আগৰ ঠাইতে আহি বহিল আৰু দুয়ো চাহ খাবলৈ আৰম্ভ কৰিলে। বাছি খোৱা চাউলৰ জলাখনলৈ চাই চাই বেগমে ক'লে -

"আমিনা, তুমি খুব ভালকৈ চাউল খিনি বাছিলা।"

"অ' মাহীদেউ, মই সময় পালে খুব ভালকৈয়ে চাউল বাছিব পাৰো।" সন্মুখেদি বৈ যোৱা বাৰিষাৰ বিশাল ব্ৰহ্মপুত্ৰলৈ চাই মনতে কিবা এটা ভাবি আমিনাই পুনৰ ক'লে -

"কিন্তু মাহীদেউ, চাউলৰ পৰা ধান বাছি পেলোৱাৰ দৰে আমি মানুহবোৰেও যদি আমাৰ মনৰ মল বিলাক গুচাই পেলাব পাৰিলোঁহেতেন।"

বেগমে হঠাতে আমিনাৰ মুখৰ পৰা এনেকুৱা কথা শুনি অলপ আচৰিত হোৱাৰ দৰে হ'ল যদিও তাইৰ কথাৰ সুৰতে সুৰ মিলাই বেগমেও ক'লে—

"তেতিয়াহলে এই মৰ্ত্ত্যও স্বৰ্গ, বেহস্ত হ'লহেতেন।" ইয়াৰ পিছত বেগম কিছুপৰ নিমাত হৈ থাকিল আৰু তেওঁৰ মনটো যেন অলপ উগুল-থুগুল।

"কি হ'ল মাহীদেউ?"

বেগমে কিবা এটা ক'ব খুজিও যেন ক'ব পৰা নাই ক্ষন্তেক চিন্তা কৰি তেওঁ ক'লে—"আমিনা, তুমি এতিয়া মোৰ ছোৱালীৰ দৰে। তোমাক আজি অকলে পাই এটা কথা সুধিব খুজিছোঁ।" বুলি তেওঁ পুনৰ নিমাত হ'ল।

"আপুনি দেখোন একো নকলে মাহীদেউ।"

"তোমাক এটা অতি গোপন কথা সুধিব খুজিছো, বেয়া নাপাবা, এইবাৰ বহাৰ ভংগীটো অলপ সলাই লৈ আমিনাৰ কান্ধত হাত এখন দি মাতৃসুলভ স্নেহেৰে সুধিলে—

"আমিনা, তুমি সচাকৈয়ে মাতৃ হৈছিলানে?"

আমিনাই স্থিৰ দৃষ্টিৰে ব্ৰহ্মপুত্ৰৰ বুকুলৈ চাই চায়েই ক'লে—"মাহীদেউ, সৌৱা চাওঁকচোন ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতত গছ-গছনি বোৰ কেনেকৈ উটি গৈছে। মযো যেন আজি সেইদৰে সংসাৰ সাগৰত উটি ভাহি ফুৰিছো, অলপ সকৰুণ আৰু কাতৰ ভাৱে আমিনাই ক'লে— প্ৰশ্নটো মোক সোধাৰ আগতে মই আপোনাক ক'ম বুলি ভাবি আছিলো। ক'ম মাহীদেউ, আপোনাক ক'ম। মাত্ৰ মোক আৰু অলপ সময় দিয়ক·· ···" এই কথা কোৱাৰ লগে লগে তাইৰ চকুৰ পৰা এটোপাল চকুলো বাগৰি আহিল। ইয়াকে দেখি বেগম চাহেবাই অতি মৰমেৰে নিজৰ চাদৰৰ আচলেৰে আমিনাৰ বৈ অহা চকুলো মচি দি ক'লে—"দুখ নকৰিবা সকলো আল্লাৰ ওপৰত এৰি দিয়া।"

এইদৰে সুখ দুখৰ মাজেৰে আমিনাৰ নিঃসঙ্গ জীৱন অতিবাহিত হৈ আছে।

## পঞ্চদশ অধ্যায়

কিছুদিনৰ পাছত ধন (বৰ্ত্তমাত ভাৰতীয় সেনাবাহিনীৰ কেপ্তেইন) অলপ দিনৰ চুটিলৈ ঘৰলৈ আহিল। ধন ঘৰলৈ অহাত মাক আমিনাৰ লগতে খানবাহাদুৰৰ নাতিনী ছোৱালী বেজিনাৰ মনত বৰ আনন্দ। কিয়নো ধন আহিলে তাই চিনেমা চাবলৈ যাব পাৰিব। তাইৰ মাক নাজিমা— গহীন গম্ভীৰ স্বভাৱৰ। তেওঁৰ কোৰাণ, গীতা-ভাগৱত আদিতহে বেছি মনোযোগ। কবিদা অলপ বাংচালী আৰু শিল্পা-উবা, চিনেমা চোৱাত তাইৰ বৰ চখ আছিল। মাহীয়েক কবিদাৰ দৰে বেজিনাৰো চিনেমা চোৱা শিল্পা-উবা আদিত চখ আছে যদিও এইবিলাক বিষয়ত তাই অকলশৰীয়া। বিশেষকৈ মাকে যাবে তাবে লগত চিনেমা চাবলৈ বা য'লৈ-ত'লৈকে

ঘাৰলৈ ঘিৰিয়ে, কাৰণ আজিৰ সমস্যা বহুল কুটিল সমাজত তাই কিছু লিখা-পঢ়া শিকিছে যদিও কেনেকৈ নিজক ৰক্ষা কৰি চলিব এই বিষয়ত তাইৰ অভিজ্ঞতা বৰ কম আৰু বয়সানুপাতে তাইৰ মনটোও কিছু উৰণীয়া হোৱাটো একো আচৰিত কথা নহয়।

ধন ঘৰলৈ আহিল। সি কেপ্তেইন হোৱাত জ্যেষ্ঠ সকলৰ লগতে লগৰীয়া, সমনীয়া সকলে যথাযথ ভাবে আশীৰ্ব্বাদ সম্বৰ্দ্ধনা আৰু শুভেচ্ছা জনালে। মাক আমিনাই আল্লাৰ ওচৰত দোৱা কৰিলে। ধন ঘৰলৈ আহিলে বেজিনাৰ মাত্ৰ এটাই কথা, "দাদা তুমি মোক চিনেমালৈ কেতিয়া নিবা?"

ধনে হাঁহি মাৰি কয়,— "নিম, নিম, মই দুদিনমান আছো নহয়।"

"এইবাৰ তুমি মোক দুখন চিনেমা দেখুৱাবই লাগিব। নহ'লে মই তোমাক নামাতো" সৰু ছোৱালীৰ দৰে বেজিনাই আব্দাৰ ধৰি ধনক কয়।

"বাৰু, বাৰু, হ'ব চিন্তা নকৰিবা।" এই বুলি ধনে তাইৰ মন ভাল লগায়।

গুৱাহাটীলৈ সেই সময়ত এখন নতুন ছবি অহাত ধন আৰু বেজিনা এদিন চিনেমা চাবলৈ গ'ল। ছবিখন বৰ উপভোগ্য। বিশেষকৈ সিহঁত দুটাৰ বয়সৰ মানুহৰ কাৰণে। চিনেমা শেষ হ'লত ধনে এখন ভাল ৰেষ্টোৰাত ভালকৈ খুৱাবৰ কাৰণে বেজিনাক লৈ খোৱা কমটোৰ এটা চকুত দুখন চকী থকা এখন টেবুলত বহিল। বয়টোৱে আহি 'মেনু' খন দিয়াত ধনে অলপ চাই বেজিনাৰ হাতত দি ক'লে— "তোমাৰ ইচ্ছা মতেই অৰ্ডাৰ দিয়া।" বেজিনাৰ এটা বস্তু খাবৰ বহুত দিনৰ পৰা ইচ্ছা আছিল কিন্তু মেনুখনত দামটো বেছি দেখি থমকি ৰ'ল। ধনে কথাটো লক্ষ্য কৰি আছিল। ক'লে— "কি ভাবি আছা?"

—"মোৰ এই বস্তুটো খাবৰ মন গৈছে" বুলি মেনুখনত আঙুলিয়াই দেখুৱাই দিলে— "কিন্তু দামটো চোৰাচোৰ।"

"দামৰ কথা কিয় চিন্তা কৰিছা ? এৰিবহে খাম।" বয়টোৱে অৰ্ডাৰ লৈ গ'ল। কিঞ্চিত বঙচুৰা লাইট জ্বলি থকা কমটোত বহি ভেতিয়া অনেক জন পুৰুষ-মহিলাই খোৱা পিয়াত লাগিছে, সেই সকলৰ বেছি ভাগেই ডেকা-গাভৰু যদিও দুই এখন টেবুলত দুই চাৰিজন বয়সস্থ পুৰুষ, মহিলাও আছে। এনেতে বয়টোৱে আহি ড্ৰিংকচৰ মেনুখন দিলেহি।

—"মই অকণমান ড্ৰিংক কৰিলে তুমি বেয়া পাবা নেকি ?

—"তোমালোক আৰ্মি অফিচাৰ, তোমালোকে খোৱাই মাত্ৰ বেছি মাখাবা দেই। মোৰ মায়ে গম পালে তোমাৰ লগত মোক আৰু আহিবলৈ নিদিব।"

"বাৰু, বাৰু ভয় নকৰিবা। মোৰ মায়েও কৈ পঠাইছে চিনেমা চাবলৈ যা বাৰু কিন্তু ভদ্ৰলোকৰ ঘৰৰ গাভৰু ছোৱালী লগত লৈ ক'ৰবাত গৈ মাতাল নহবিগৈ।"

ধনে এক পেগ্ লৈ শোহা মাৰিলে আৰু বেজিনাক এগিলাচ চেঁচা পানীয় আগবঢাই দিলে। অলপ সময়ৰ পিছত বেজিনা নিমাত হৈ থকা দেখি ধনে ক'লে—

"কিয়, কি হ'ল ? ইমান আনন্দময় পৰিবেশত তুমিযে নিমাতে থ'লা। কোৱানা কিবা এটা··· ····। কোনো মাত বোল নোহোৱাকৈ খোৱা-পিয়া কৰিবলৈ ভাল লাগে জানো ?" কণ্ঠ অকণ্ঠকৈ বেজিনাই ক'লে—

"দাদা, মোৰ কেইবাজনীও বান্ধৱীয়ে তোমাক ভাল লাগে বুলি কৈছে। এজনীয়েটো খোলা-খুলি ভাবেই কৈছে— 'তোমাৰ দাদাক পালে মই সুখী হ'ম।'"

—"তুমি কি ক'লা ?"

—"মইতো তোমাৰ মনৰ কথা নাজানো। দেশ এৰি বিদেশত আছোঁৱে। দিল্লী, পঞ্জাবৰ ফালে ধুনীয়া ধুনীয়া খুব আধুনিকা সুন্দৰী আছে। তুমি কিজানি কিবা ঠিকেই কৰিছা।"

—"তুমিওটো সেইবোৰতকৈ কম সুন্দৰী নোহোৱা। মই মনৰ নিচাত কৈছো বুলি নাভাবিবা। ময়ো তোমাক পালে খুব সুখী হ'লোহেঁতেন। কিন্তু তুমি ধনী মানী আৰু অতি সম্ভ্ৰান্ত লোক খানবাহাদুৰৰ নাতিনী। মোৰ দৰে নোম-নেগুৰ নথকা, তোমালোকৰ ঘৰতে আশ্ৰিতা এগৰাকী নাৰীৰ সন্তানলৈ তোমাক দি ঘৰখনৰ সুখ্যাতি সম্মান নষ্ট কৰিবনে? ময়ো কেতিয়াবা ভাবো মাৰ দৰেই নিৰাশ্ৰয়া কোনোবা এজনীকে আনি মই আশ্ৰয় দিম।"
ধনৰ কথা শুনি বেজিনাৰ যেন ধৈৰ্য্য হেৰাল। তাই যৌৱনৰ ফুৰাবদলিত ভবি দিয়েই যি সপোন দেখিছিল সেই সপোন যেন আজি নিমিষতে থান বান হৈ পৰিল। থপকুৰে ঠিয় হৈ তাই ক'লে—

'ব'লা যাওঁ।"

"বেজিনা, তোমাৰ কি হ'ল? আমাক এতিয়াও দেখোন 'ডিনাৰ' দিয়াই নাই। অৰ্ডাৰ দি 'ডিনাৰ' নোখোৱাকৈয়ে যাবানে?"
অলপ অভিমান কৰাৰ দৰে বেজিনাই ক'লে—

—"মোৰ ভোক লগা নাই।"

—"তেন্তে বেজিনা, তুমি মোক ভাল নোপোৱা। ধনী মানী খানবাহাদুৰৰ দুলালী হৈ মোৰ দৰে এজন নিঃকিনক আদৰি লবলৈ ভাল নাপাব পাৰা, কিন্তু মোৰ লগত এসাজ খাব-লৈকো বেয়া পাবানে? তুমি মোতকৈ বহুত বেছি পঢ়া-শুনা কৰা ছোৱালী, মোক তুমি বহুত কথা শিকাব পৰা হৈছা, কিন্তু গৰীবৰ সন্তান হলেও তুমি যদি আজি মোৰ লগত নোখোৱাকৈ উঠি যোৱা, মোৰ প্ৰতি চৰম অপমান কৰা নহ্বনে? গৰীবৰ সন্তান

বুলি তোমাক লাভ কৰাৰ সন্মান মই লাগাব পাৰো, কিন্তু অন্তৰেৰে মই তোমাক ভাল পাবও নোৱাৰিম নে ? লাইলা মজনু ৰোমিও জুলিয়েটৰ কাহিনী তুমিওটো পঢ়িছা। বাক যেয়া লাগাবা। ৰহা বেভিনা। তুমি হয়তো নাজানা মই তোমাক কিমান ভাল পাওঁ। তোমাৰ আৰু মোৰ সাংসাৰিক অৱস্থাৰ বিৰাট ব্যৱধানৰ কাৰণে ইমান দিনে তোমাক মোৰ অন্তৰৰ কথা ক'বলৈ মই সাহস গোটাব পৰা নাছিলো।" এই কথা শুনা মাত্ৰকে বেস্তোৰাঁৰ মিশ্ৰিত ৰঙা নীলা চ'কিৰ নিশাৰ পোহৰতো বেভিনাৰ মুখখনি যেন উজ্জ্বলহৈ উঠিল আৰু ধনৰ হাত এখনত আলফুলকৈ খামুচি ধৰি ক'লে—

"তোমাক এনেকুৱা ব্যৱহাৰ কৰাৰ বাবে মই বৰ দুঃখিত দাদা।"

ধনৰ চুটিও লাহে লাহে শেষ হৈ আহিছে, দুপৰীয়া ধন আৰু মাক একে লগে ভাত খাবলৈ বহিছে। মাকে চামোচ এখনেৰে ধনৰ থালখনত ভাতৰ ওপৰতে আৰু অকণমান মাছ আৰু জোলদি ক'লে—

"খোৱা ধন, বহুত যত্ন কৰি তুমি ভাল পোৱা পাভ মাছ আনি এয়া ৰান্ধিছো। তোমালোকে তাত এনেকুৱা মাছ পোৱানে ?" পাভ মাছ দেখিয়েই মাকৰ কথাৰ কোনো উত্তৰ নিদি সি খাবলৈ লাগিল। তৃপ্তিৰে ভাত মুঠি খোৱা দেখি আমিনাৰ মনত খুব আনন্দ। তাই ভাবে "মোৰ ধনক যদি সদায় ঘৰতে ৰাখি এনেকৈ সি খাই ভাল পোৱা বস্তবোৰ সদায় খুৱাই থাকিব পাৰিলোহেঁতেন। এনেতে ধনে মাত লগালে— "মা, পাভ মাছ তাত নোলায় কিন্তু অন্য মাছ আৰু মাংস প্ৰচুৰ পৰিমাণে পোৱা যায়। আমাৰ খোৱাৰ কষ্ট নাই। পঞ্জাৱত খুব ভাল গাখীৰ আৰু গাখীৰেৰে বনোৱা বিভিন্ন বস্তুও পোৱা যায়। আমি গাখীৰ যথেষ্ট পৰিমাণে খাবলৈ পাওঁ।"

"বৰ ভাল কথা বোপাই— গাখীৰ কণহে আচল বস্তু,

ঘৰ ঘৰ, ছুৰিঃতা পৰহিলৈ যাবাগে। কথা এটা সোধো—

—"কোৱা মা।"

—"এতিয়া আল্লাৰ কৃপাত তোমাৰ এটা ভাল চাকৰিয়েই হৈছে আৰু উপযুক্ত বয়সো হৈছে।"

ধনে তপৰাই মাত লগালে—"মই বুজিছো তুমি মোৰ বিয়াৰ কথা ক'ব খুজিছা" —অলপকৈ হাঁহি এটা মাৰি সুধিলে—"কৰবাত তুমি ছোৱালীও ঠিক কৰি পেলালা নেকি ?"

—"নাই একেবাৰে ঠিক কৰা নাই, মনতে ভাবিহে আছো।"

"মা, খুব সম্ভৱ মোৰ দুই এক বছৰৰ ভিতৰতে এটা প্ৰমোচন হ'ব লাগে।"

—"কি প্ৰমোচন ?"

—"মেজৰ।"

—"হওঁক বোপাই, আল্লাই তাকেই সোনকালে কৰক।"

"মই প্ৰমোচনৰ পিছতহে বিয়াৰ কথা ভাবিছো। অলপ দিন অপেক্ষা কৰা, তুমি বাক ছোৱালীৰ কাৰণে বেছি চিন্তা নকৰিবা-হোৰ"—কথাষাৰ শুনি মাকৰ বুকুখন চিৰিং কৰি গ'ল, তেখেতে দিল্লী পঞ্জাবৰ ছোৱালীৰ কথা বহুত শুনিছে, সেইবোৰ ছোৱালী হয়তো বেয়া নহবও পাৰে কিন্তু অসমীয়া সমাজত খাপ খাব জানো ?

"ধন, ছোৱালী তোমাৰ ইচ্ছামতেই হওঁক কিন্তু অসমেই এতিয়া আমাৰ ঘৰ, অসমীয়া সমাজেই আমাৰ সমাজ, অসমীয়া মানুহেই আমাৰ ইষ্ট মিত্ৰ কুটুম্ব আৰু অসমীয়া ভাষাই এতিয়া আমাৰ ভাষা। এনেস্থলত অসমীয়া ভাষা নজনা, অসমীয়া আচাৰ ব্যৱহাৰৰ মোল নবুজা অসমৰ বাহিৰৰ ছোৱালীত তুমি চকু নিদিবা, তাকে মই বাঞ্ছা কৰো।"

—"তুমি একো চিন্তা নকৰিবা মই অসমীয়া ছোৱালীকে বিয়া কৰাম। মা, মই তোমাক আৰু এটা কথা সোধো।"

—"কোৱা ।"

"মোৰ বাবাৰ নাম ফিৰোজ ইচলাম বুলি তুমি কৈছিলা। তেওঁ থাক ক'ৰ আছিল আৰু কি কাম কৰিছিল আৰু এতিয়া ক'ত আছে ?"

—"ধন তোমাৰ বাবা ঢাকাৰ নেচনেল ইঞ্জিনিয়াৰিং ইনষ্টিটিউটৰ ডিপ্লমাৰে মটৰৰ ব্যৱসায় কৰিছিল । তেওঁৰ ঘৰ আছিল নোৱাখালিত ( বৰ্ত্তমান বাংলাদেশ ) । পাকিস্থানী সৈন্যৰ অপব্যৱহাৰৰ কাৰণে তোমাক কোলাত লৈ মই ইয়ালৈ বহু কষ্ট কৰি পলাই আহিলো । তেতিয়াৰে পৰা তোমাৰ বাবাৰ লগত মোৰ দেখা-দেখি নাই । তেওঁ এতিয়া ক'ত আছে নাজানো -- জীয়াই বা আছেনে নাই তাকো নাজানো ।" বুলি আমিনা বৈ গ'ল আৰু মনৰ ভিতৰতে যেন প্ৰাৰ্থনা কৰিলে আল্লাই তেওঁক জীয়াই ৰাখক । আমিনাক অলপ চিন্তা ক্লিষ্ট দেখি ধনে পুনৰ সুধিলে— "কেচুৱা অৱস্থাতে মোক আনি কেনেকৈ ডাঙৰ-দীঘল কৰিলা ?" তাৰ কথা শুনি আমিনা মহা সমস্যাত পৰিল। মহাভাৰতৰ কুন্তীয়ে যি অৱস্থাত পৰি নিজ পুত্ৰ কৰ্ণক নিজ পৰিচয় দিব নোৱাৰিছিল, ঠিক প্ৰায় তেনেকুৱা অৱস্থাত পৰি আমিনাই আজি নিজৰ পৰিচয় দিব নোৱাৰিলে । ধনৰ কাষলৈ কোনো এটিক আমি দিয়াৰ আগতে অন্য মানুহে তাইৰ প্ৰকৃত পৰিচয় জানিলে বিপৰ্য্যয় ঘটিব পাৰে বুলি আমিনাৰ মনত এটা আশংকা সদায় লাগি আছে, তাই কিছু কথা লুকুৱাই ধনৰ কথাৰ উত্তৰ দিলে— "আমাৰ পৰম শুভাকাঙ্খী কাকতি দেউতাৰ দয়া আৰু মহানুভৱতা, খান বাহাদুৰ আৰু তেওঁৰ বেগমৰ আন্তৰিক স্নেহ কৰুণাৰ আশ্ৰয় লৈহে মই তোমাক ডাঙৰ দীঘল কৰিব পাৰিছো । এই অসমীয়া মানুহবোৰ যে কিমান উদাৰ আৰু এই কাৰণেই আজি মগমীয়া ভগনীয়াই অসম দেশ ভৰি পৰিছে ।"

ছুটি শেষ হ'ল, ধনে কামত যোগ দিলেগৈ ।

## ষষ্ঠদশ অধ্যায়

সেইদিনা দেওঁবাৰ। স্কুল বন্ধ থকাত আমিনাই ছুই এখন কাপোৰ কানি ধুই ঘৰখন পৰিস্কাৰ কৰাত লাগিছে। তাই থকা ঘৰটো তিনি কোঠলীয়া। প্ৰথম কোঠাটোত এজন মানুহ শুব পৰা এখন কাঠৰ খাট আছে। বহিবলৈ মাত্ৰ এখন পুৰণা চকী আৰু এখন সৰু মেজ আছে। মেজৰ ওপৰত সদায় সুন্দৰকৈ সজোৱা পাতেৰে সজাই থোৱা ফুলদানিটো কোঠাটোৰ মাটিত থোৱা আছে। বোধকৰো চকী মেজ পৰিস্কাৰ কৰিবৰ বাবেই। বেৰখনত নিজহাতে এমব্ৰইডেৰী কৰা আৰু আইনাৰে বন্ধাই থোৱা এখন "ওৱাল প্লেট" ওলোমাই থোৱা আছে। 'ওৱাল-প্লেট' খনত মজিয়া খনত আঠুকাটি বহি প্ৰাৰ্থনাৰত অৱস্থাত এটি ছোৱালী তাৰ তলত ইংৰাজীত লিখা আছে—"ফ্ৰম ডাৰ্কনেছ লীড মী টু লাইট" ( From Darkness, Lead Me To Light )। ধন ঘৰত থাকিলে সি এই খাটতে শোৱা মেলা কৰে। তাৰ পাছৰ কোঠাটোৰ একাষে কাঠৰ খাট, তাতে আমিনা শোৱে। কোঠাটোৰ ইকাষে এখন অলপ দীঘলীয়া কাঠৰ মেজ। তাৰ ওপৰত এখন পাতল টিন লগোৱা আছে। তাতেই স্টোভটো লৈ আমিনাই ৰন্ধা বঢ়া কৰে। তাৰ লগতে লগা ইফালে পা-ধোৱা ঘৰটো। ঘৰটোত লাইট পানীৰ ভাল ব্যৱস্থা আছে। তৃতীয় কোঠাটো ঘৰৰ গৃহস্থ বাহাকলে কিবা কিছুমান কাগজ পত্ৰ ভৰাই বন্ধ কৰি থৈছে।

সেইদিনাখন ঘৰ চাফা কৰি থাকোতে আমিনাই দেখিলে লাইটৰ চুইচ এটা এৰাই আছে। তাই মনতে ভাবিলে ইমান সাৱধানে থাকোতেওঁ কেনেকৈ এইটো এৰাই পৰিল। গৃহস্থই দেখিলে বা কি ভাবে ? সেইদিনা আমিনাই ঘৰটো চাফ চিকুণ কৰাৰ আগতে বহুদিন বন্ধ হৈ থকা সেই কোঠাটো খুলি চালে।

কাৰণ সেই কোঠাৰ দুৱাৰৰ চাবি এটা বাহাকলে তাইৰ হাততো দি থৈছিল। তাই দেখিলে গোটেই কমটো প্ৰায় কিতাপ কাগজেৰে ভৰি আছে। কোঠাটো ধুলি মাকতি আৰু মকৰা জালেৰে ভৰি পৰিছে। তাই পিন্ধি থকা শাৰীখন সলনি কৰি অন্য এখন শাৰী পিন্ধি ল'লে আৰু একালৰ পৰা জাৰি জোকাৰি কিতাপ কাগজবোৰ থান-থিত লগাই থ'লে। এনেতে কোনোবাই 'আমিনা' বুলি মাত লগোৱা শুনিলে। কিন্তু কোনে মাতিছে ধৰিব নোৱাৰিলে। তাই ল'ৰালৰিকৈ শাৰীখন সলাই বাহিৰৰ দুৱাৰখন খুলি দিলে। দুৱাৰ খন খুলিয়েই দেখিলে ঘৰৰ গৃহস্থ বাহাকলক। বাহাকলে আমিনাক দেউতাকৰ ঘৰত কেতিয়াবা লগ পায় কিন্তু অকলশৰীয়াকৈ কোনোদিন পোৱা নাই আৰু আমিনা বুলি মাতো নলগায়। আজি তেওঁ আহি হঠাতে আমিনা বুলি মাত দিয়াত তাই অলপ আচৰিত হ'ল। যি নহওঁক "দাদা আহক" বুলি ভিতৰলৈ মাতি চকীখনতে বহিবলৈ দিলে। বাহাকলে ক'লে— "তুমি কিবা কামত ব্যস্ত হৈ আছা হবলা।"

—"নাই দাদা, ঘৰখন চাফা কৰিবলৈ সময় পোৱা নাছিলো, আজি তাকে অলপ কৰিছো।"

'বাৰু ভালেই কৰিছা, মই তোমাৰ বেছি সময় নলওঁ। মই কিবা দুখন মান কাগজ পত্ৰ নিবলৈহে আহিছো। কোঠাটোলৈ যাব পাৰোনে ?" —"যন্তেক য'ব দাদা" —এই বুলি কৈয়েই আমিনা তাইৰ শোৱা কোঠাটোলৈ গ'ল। আৰু বন্ধ হৈ থকা কোঠাটোৰ দুৱাৰ মুখতে থকা দুই এটা বস্তু অলপ আতৰ কৰি কোঠাটোলৈ সোমাবলৈ সুবিধা কৰি দিলে আৰু তাইৰ বিচনাৰ ওপৰত তথে মথে পৰি থকা কাপোৰ বোৰ ঠিক কৰি থৈ বাহাকলক 'আহক দাদা" বুলি ক'লেহি। বাহাকলে চকীৰ পৰা উঠিয়েই চাৰ্টৰ ওপৰ পকেট আৰু পেণ্টৰ পকেটত কিবা এটা বিচাৰি হাত

জনালে। —"এহ মিছাই হ'ল, হুৰাবৰ চাবিটোকে আনিবলৈ পাহৰিলো।

—"দাদা চিন্তা নকৰিব, আপুনি মোৰ হাতলৈ এটা চাবি থৈছিলে নহয়। পিছে আপোনাৰ চাবিকোছা ঘৰৰ হুৱাৰ বন্ধ কৰি আহোতে ঘৰৰ তলাতে লাগি থাকিল নেকি? তেতিয়া হ'লেতো বিপদেই হ'ব। আপুনি নথকা গম পাই কোনোবাই মদি কিবা উলিয়াই লৈ যায়।

"থোৱাহে, ঘৰলৈ ঘৰত কিটো পাব?"

"দাদা একো নাপালেও বন্ধা বটা কাহি বাতিবোৰকে যদি লৈ যায়। আৰু এটা কথা আপুনি মোৰ হাতত এই কোঠাটোৰ চাবিটো দি থৈ গৈছিল— সেই কথাও পাহৰিলে। এতিয়া আপোনাৰ কেচ্ বক্সৰ চাবিটো বা কাৰ হাতত এৰিলে?"

"কেচ থাকিলেহে বক্স থাকিব।"

"আপুনি বহুত টকাৰ মালিক। থাওঁতা, লওঁতাও কোনো নাই। গোটেইখিনি টকা বেংকতে জমা কৰিছে নেকি? — নাই দাদা, যেয়া নাপায়। মই থেমালীহে কৰিছো, এতিয়া আহক।" বাহাকল গৈ কিতাপ পত্ৰ থকা কোঠাটোত সোমালগৈ আৰু ইমান পৰিপাটিকৈ থোৱা কাগজ পত্ৰবোৰ দেখি বৰ আনন্দ পালে। এইটো যে আমিনাৰ কাম সি ভালকৈ বুজিলে। সেইদিনা বাহাকলে বিশেষকৈ বুদ্ধদেৱৰ বিভিন্ন ছবি সম্বলিত এখন কিতাপ বিচাৰি গৈছিল আৰু সেই কিতাপখন সকলো কিতাপ পত্ৰৰ ওপৰতে পাই সি বৰ সন্তোষ পালে। কিতাপ পত্ৰ থকা তক্তাপোচ খনৰ একাষে সি বহি লৈ বুদ্ধদেৱৰ এখন ছবি চাই তন্ময় হৈ ৰ'ল। ছবিখন আছিল সম্পূৰ্ণ সন্ন্যাসীৰ বেশেৰে সাৱনাথৰ একোপা প্ৰকাণ্ড গছৰ তলত বহি ধ্যানমগ্ন হৈ থকা গৌতমৰ, ৰাজপুত্ৰই সন্ন্যাসীৰ কমন পিন্ধি যোগাসনত বহি থকা দৃশ্যই তাৰ মনত খলক লগালে। সি ভাবিলে 'ৰাজসিংহাসন' নে 'সাধনা' কোনটো শ্ৰেষ্ঠ? এইদৰে

ভাবি থাকোতেই তাৰ যেন মনটো হঠাতে অলপ আনন্দময় হৈ পৰিল আৰু নিজকে নিজে কোৱা দি ক'লে 'আজি এই ঘৰটোতে থাকিবলৈ মোৰ ইমান মন গৈছে কিয় ?" এনেতে সিটো কোঠাৰ পৰা আমিনাই মাত দিলে—"দাদা আহক, চাহ একাপ খাওঁকহি।" আমিনাৰ কথা শুনি তাৰ যেন স্বপ্নত যতি পৰিল আৰু চাই থকা কিতাপ খন হাতত লৈ বাহিৰলৈ ওলাই আহি আগেযে থকা চকীখনতে বহিলহি। চাহ খাই থাকোতে আমিনাই ক'লে "দাদা কথা এটা কওঁ বেয়া নাপাব, আজি ইমানদিন মই আপোনাৰ এই ঘৰটোতে আছো, বৰ্তমান মোৰ খনে সৈন্যবাহিনীত যোগদান কৰাৰ পিছৰে পৰা মাহে মোলৈ কিছু টকা পঠায়, এতিয়া মই আপোনাক ঘৰৰ ভাৰা বুলি অলপ দিব খোজো।" বাহাৰুলে কথাটো শুনি ক'লে. "মই এই ঘৰ ভাৰা দিম বুলি কেতিয়াও সজা নাছিলো।"

—"তেন্তে দাদা, এইবোৰনো আপুনি কেলেই কৰিছিল ? আপোনাৰ দেউতাৰটো বহুত ধন সম্পত্তি ঘৰ দুৱাৰ আছিলেই।"

"ইয়ো মোৰ এটা খেয়াল বুলি ধৰা। তুমি যদি ভাৰা দিয়েই থাকিব খুজিছা - ইয়াতকৈ সুবিধাজনক এটা ভাল ঘৰকে থাকি লোৱা।"

"আপুনি খং নকৰিব দাদা, মোৰোটো এটা মন আছে। আপোনাৰ ঘৰত মই জানো এটাও পইচা ভাৰা হিচাবে নিদি এনেকৈ থকাটো ভাল হৈছে ?"

'বাৰু, তুমি সেইবোৰ এতিয়া চিন্তা কৰিব নালাগে। মই দেখিছো সৌ লাইটৰ চুইচটো এৰাই আছে। সেই খিৰিকিৰ হেণ্ডেলতালো বেয়া হৈ আছে। ওপৰৰ ফাই লাইটৰ আয়না ছুৰমাৰো ভাঙি আছে।" এইবুলি কৈয়েই জেপৰ পৰা মানি ব্যেগটো উলিয়াই দুখন ১০০ টকীয়া নোট আমিনালৈ আগবঢ়াই

ক'লে, "এইয়া লোৱা। ইয়াৰেই এইবিলাক আৰু অইন যদি কিবা আছে মেৰামতি কৰাই ল'বা। দেউতাৰ মটৰ ড্ৰাইভাৰ হেলিম ইয়াতে থাকে তাক ক'বা— ভাল মিস্ত্ৰি আনাই এইখিনি কৰাই দিবলৈ। তুমি একো চিন্তা কৰিব নালাগে। আৰু এটা কথা, মই আজিহে প্ৰথম ঘৰখনৰ ভিতৰ সোমাই চাইছো। তোমাৰ অলপমান ঠাইৰ অসুবিধা হৈছে। মোৰ কিতাপ পত্ৰ থকা কোঠাটো তুমি এতিয়াৰ পৰা ব্যৱহাৰ কৰিবা। মই অৰলাক পঠিয়াই দিওঁগৈ। তাই দৰকাৰী কিতাপ পত্ৰ খিনি নি দেউতাৰ লাই-ব্ৰেৰীত থবগৈ। বাকীবিলাক পুৰণা মেগাজিন আৰু অন্যান্য কাগজ পত্ৰহে, সেই বিলাক পুৰণা কাগজ পত্ৰ নিয়া মানুহ আহিলে তুমিয়েই বিক্ৰী কৰি দিবা।"

"দাদা, ইমান দিনে আটোম টোকাৰীকৈ ৰখা কাগজ পত্ৰ-বোৰ মোৰ অসুবিধাৰ বাবেহে আপুনি বিক্ৰী কৰি দিব লৈ কৈছে নেকি ?"

"নহয়, নহয় আমিনা. সেইবোৰ মই 'চেকেণ্ড হেণ্ড' মেগাজিনহে কিনিছিলো। মই কি কৰো জানা, মই নতুন মেগাজিন কেতিয়াও নিকিনো, সেইবোৰ বহুত দাম, পিছত চেকেণ্ডহেণ্ড কিতাপৰ দোকানত সেইবোৰ সদায় পোৱা যায়। মেগাজিন বা গল্প কিতাপ খবৰ কাগজত দৰে নহয় যে তপতে তপতে কিনিব লাগিব। মই এতিয়া উ'ঠো তোমাৰ বহুত সময় ল'লো।"

—"ধন্যবাদ বহুকছোন দাদা, আপোনাক আজি আচুতীয়াকৈ পাই কথা এবাৰ সুধিবৰ মন গৈছে। আপুনি দেউতাকৰ একমাত্ৰ পুত্ৰেক। দেউতাকৰ ঘৰ-দুৱাৰ, ধন-সম্পত্তিৰ অভাৱ নাই তথাপি আপুনি কিয়নো বেলতলাৰ ঘৰটোত সন্ন্যাসীৰ নিচিনাকৈ থাকে ?"

কথাষাৰ শুনি বাহাকলে খুব খোলা ভাবে এটা হাঁহি মাৰিলে আৰু ক'লে – "তুমি আজান ফকীৰৰ নাম শুনিছা ? জেখেতে কি

কৈছিল আনা—

'মিছাতে লভিলি তই
মানৱী জনম
ছুনিয়া দাবিত বান্দা
মহগুল হলি
খোদাৰ কাৰত গলে কি লই যাবি।"

কবিতাটো শুনি আমিনাই ক'লে— "আপুনিনো এইবোৰ কি ক'ৰ মই বুজিব নোৱাৰো।"

"সেইতো হবই। তুমি মোৰ মাৰ ওচৰত আছা যেতিয়া মাৰ মুখতেই উঠিছা। মই কথা ক'লে মায়েও মোক কয়— "মুকুট তইনো কি কৰ মই বুজিয়েই নাপাওঁ।" —"মই এতিয়া উঠো।" এই বুলি কৈয়েই ওপৰলৈ উঠি যোৱা চিৰিটোৰ প্ৰথম চাপত ভৰিখন দি ওপৰলৈ উঠি মগে আকৌ ভৰিখন নমাই দিলে। তাকে দেখি আমিনাই ক'লে— "আজি মাৰ ওচৰলৈ নাযায় নেকি ?

—"নাযাই নহয়। মোৰ খোলা ছুৰাৰ খোলাকৈয়ে ৰাখি ওলাই আহিছোঁ। মায়ে শুনিলে মোক গালিহে দিব।" এইবুলি কৈয়েই অলপ থৰকৈ ছখোজমান দি কটকৰে এবাৰ আমিনালৈ ঘূৰি চালে। আৰু পুনৰ বেগাই খোজ দিলে। ছুৰাৰ মুখতে থিয় দি থকা আমিনাৰ বাহাকলে ভাইলৈ ঘূৰি চোৱাত মনতে অলপ লাজ লগা যেন লাগিল।

## সপ্তদশ অধ্যায়

চাহেৰা বেগমে চকী এখনতে বহি গৰম পানীৰ চৰিয়াটোতে ভৰিকেইটা থৈছে। ভেখেতৰ মেদবহুল শৰীৰটোৰ মগুহবোৰ অলপ ওলমি পৰিছে। আগেয়ে নিজেই কৰিছিল যদিও এতিয়া কুঁজা

হৈ নিজে নিজৰ ছবি কেইটা ধুৱলৈ বৰ কষ্ট পায়। ঘৰৰ কাম কৰা ছোৱালী অৰলাই এতিয়া ছবি কেইটা ধুৱাই তেল-কুৰ ঘঁহি দিয়ে। আজি অৰলাই তেনেকৈয়ে ওচৰতে বহি ছবি দুখন ধুৱাই থাকোতে বেগমে ক'লে— "চা অৰলা আমি বুঢ়া বুঢ়া হৈ আহিছো। আমাৰ কোন দিনা কি হয় একো ঠিক নাই। তোৰ বিয়াখনৰ বাবে মোৰ লগতে হাকিমবো সদায় চিন্তা। সেয়েহে তোৰ বিয়াখন পাতিব খুজিছো।"

"নাই, নাই মা বিয়া নাপাতিবা। মোৰ বৰ ভয় লাগে।"

"কিয়, কি ভয়?"

"মা, তুমি নাজানা মোৰ ডাঙৰ দিদি নিবলা বাগানত বিয়া হৈছিল। মতাটোৱে খুব মদ খাইছিল। এদিন ৰাতি খুব মদ খাই আহোতে দিদিয়ে খং কৰি দুৱাৰ খুলি নিদিলে কিন্তু সেই মাতালে তোৰকৈ দুৱাৰ খুলি এনেকুৱা মাৰ-পিট কৰিলে যে দিদিৰ মুৰ কাটি তেজেৰে বাউলি হৈ গ'ল। দিদিৰ চিঞৰ-বাখৰ শুনি চৰ্ মানুহ দৌৰি আহিল আৰু তাক ধৰি বান্ধি পুলিচত দিলে। এটা বৰ ভাল ডাক্তৰ আছিল তাৰ কাৰণেহে দিদি কোনোমতে বাচিল। মোক তই এতিয়া বিয়া দিবি আৰু এনেকুৱা মতা হলে মাথা ভাঙি দিব।"

"নাই, নাই পাগলী, তই সেইবোৰ কথা নাভাবিবি।" তোক মই তেনেকুৱা মানুহলৈ নিদিওঁ। আমাৰ মটৰ ড্ৰাইভাৰ হেলিম,

"হা, মা।"

"তাক তোৰ কেনেকুৱা লাগে?"

"হেলিম দাদাটো খুব ভাল মানুহ আছে।

"মই তোক তালৈকে দিম। হব?"

অৰলাই ক'লে, তই মোক যেদি দিলে তোক কোনে ছবি ধুৱাই দিব?"

"তোক মই একেবাৰে খেদি দিছিও নহয়। আমাৰ মটৰ গেৰেজৰ লগত থকা কোঠাটোৰে, তই তাতহে থাকিবি।"

"সি ভালো মোক সদায় তোৰ ভৰি ধুৱাই যাবলৈ দিব।" অবলাই সুধিলে।

"দিব, দিব। তই চিন্তা নকৰিবি। এতিয়া তই পানীৰ চৰিয়াটো লৈ যাগৈ।"

অবলাই চৰিয়াটো লৈ আঁতৰি গ'ল।

এনেতে বেগমৰ ওচৰলৈ তেখেতৰ বৰ ল'ৰা মুকুট আহিল। ওচৰতে থকা বিচনাখনতে বহি সি মাকক সুধিলে—

"মা তুমি গা কেনে পাইছা?"

"আজি অলপ ভাল পাইছো। সেই কাৰণে চকীতে আজি অকণমান বহিছো। অবলাই আহি এতিয়া অলপ তেল কুৰ সানি ভৰি দুখন ধুৱাই দিলে। এতিয়া অলপ ভাল লাগিছে। মই লাহে লাহে বৰ দুৰ্ব্বল হৈ আহিছো। মই আজি তোক এটা কথা কওঁ উবাই নিদিবি। দেউতাৰাই তোৰ কাৰণে বৰ চিন্তা কৰি থাকে, মোৰো অৱস্থাটো তই দেখিছই। ভাল ছোৱালী এজনী পাইছো। তোৰ অলপ বয়সো হৈ আহিছে। এতিয়া আৰু ইমান কষ্ট কৰি তই অকলে অকলে থাকিব নালাগে, বিয়াখন পাত।"

"মা, তুমি ছোৱালী ঘৰত খবৰ দিলাই নেকি?"

'মই খবৰ নাই দিয়া। মনেৰেহে ভাবিছো। সেয়েহে তোক আজি কথাটো কৈছো। ছোৱালীৰো অলপ বয়স হৈছে। তোৰ লগত মিলিব। তই আপত্তি নকৰিবি।

"ছোৱালী ক'ৰনো মা?"

"ছোৱালী এতিয়া মোৰ ঘৰতে বুলি ধৰচোন। আমাৰ আমিনাৰ কথাকে ভাবিছো। তাই মোক নিজৰ মাকৰ দৰে স্নেহ আৰু ভক্তি কৰে।" কথাটো শুনি মুকুটে ভাবিলে মায়ে দেখোন

মোৰ মনৰ কথাটোকে ক'লে। মাক বিলাকে ল'ৰা-ছোৱালীৰ মনৰ কথা অনুমানতে ধৰিব পাৰে হ'বলা। সি মাকক পোন পটীয়াকৈ উত্তৰ দিবলৈ ভাল নাপাই ক'লে— "অৱলা আৰু বেজিনাৰ বিয়াবাক হৈ যাবলৈ দিয়াচোন।"

"ভাল বাৰু বোপাই, তই আজি দুপৰীয়া আহি ওলালিহি। ভাত ইয়াতে খাই যা।"

মুকুট মাকৰ ওচৰৰ পৰা উঠি বাৰাণ্ডাৰ পৰা আমিনা থকা তাৰ ঘৰটোলৈকে অলপ সময় ৰ' লাগি চাই থাকিল। মাকৰ কথাই আগেয়ে কেতিয়াও অনুভৱ নকৰা এটা মধুৰ অনুভূতিৰে যেন তাৰ বুকুত এটা মৃদু আলোড়ন তুলিলে।

## অষ্টদশ অধ্যায়

এদিন ৰাতিপুৱা আমিনাই স্কুল-ঘৰৰ সন্মুখৰ বাৰাণ্ডাত সজাই পৰাই থোৱা ফুলৰ টাৰ বিলাকত পানী দি আছিল। ফুলৰ টাব সজোৱাটো তাইৰ এটা বৰ ডাঙৰ চখ্। এনেতে তাই দেখিলে, আধা পকা ডাড়ি-গোঁফ আৰু কিছু পকা চুলিৰে এজন স্বাস্থ্যবান মানুহ ঘৰৰ চিৰিতে থিয় দিলেহি। মানুহজন পিন্ধা উৰাত বেছ পৰিপাটি। পিন্ধনত পেণ্ট আৰু এটা হাৱাইন চার্ট। মানুহজনক হঠাতে দেখি আমিনা অলপ চক্ খাই উঠিল। খন্তেকৰ কাৰণে দুয়োজনৰে মুখত কোনো মাতবোল নাই। অলপ পিছতে মানুহজনে খুব মৰমেৰে মাত লগালে— "আমিনা, মোক চিনি পোৱা নাই? মই ফিৰোজ।" কথাষাৰ শুনা মাত্ৰকে খঙত আমিনা জ্বলি পকি উঠিল আৰু কিবা ক'ব খুজি তাই থমকি ৰ'ল। তাইৰ মনত পৰিল, অহল্যা বৰবাই কোৱা এষাৰ কথাৰে— "খং-ৰাগ কৰোঁতেও মানুহে বেয়া শব্দ উচ্চাৰণ কৰিব নালাগে।" আমিনা

এইবাৰ অলপ প্ৰকৃতিস্থ হ'ল। স্কুলৰ লৰা-ছোৱালীৰ পিতৃ-মাতৃ আৰু অভিভাৱক আহিলে বহিবলৈ কৌচখনমান চকী, মেজ, বেঞ্চ ভিজিটৰৰ কমত পাৰি থোৱা আছে। বাৰাণ্ডাৰ কাষতে ভিজিটৰৰ কমটো। আমিনাই ধৈৰ্য্য ধৰি কিৰোজক ক'লে, "আহা, ইয়াতে বহাহি। কিৰোজে দীঘল বেঞ্চ এখনৰ একাষে বহিল। আমিনাই সুধিলে—"আচৰিত কথা, তুমি ক'ৰ পৰা কেনেকৈ আহি এইখিনি ওলালাহি। মেহেৰ এতিয়া ক'ত?" মেহেৰৰ কথা সোধাত কিৰোজৰ মনটো অলপ গধুৰ হৈ পৰিল। এটা হুমুনিয়াহ কাঢ়ি ক'লে— "মেহেৰক আৰু ক'ত পাম? তাই এই পৃথিৱীত আছেনে নাই তাকো মই ক'ব নোৱাৰো।" আমিনাই অলপ সান্ত্বনা দিয়াৰ দৰেই ক'লে "পাকিস্থানলৈ ধৰি নিয়া বহুত মানুহ গণ্ডগোল শেষ হোৱাৰ পাছত ভাৰতলৈ ঘূৰি আহিছে বুলি শুনিছো। তুমি ভালকৈ খবৰ ক'ৰাচোন। ক'ৰবাত ওলাব পাৰে।"

—"নাই আমিনা আৰু আশা নাই। মই বহুত বিচাৰি হাৰবাৰ হৈ গৈছো। মই এতিয়া আৰু আশা এৰি দিছো।"

"বাৰু এতিয়া কোৱাচোন তুমি ক'ত আছা আৰু কি কৰিছা?"

'মই এতিয়া গুৱাহাটীৰে এটা মটৰ কোম্পানীৰ গেৰেজত "ফ'ৰমেন" হিচাবে কাম কৰি আছে, ইয়াৰে ইছলাম পট্টিত মই নিজৰ ঘৰ এটাও সাজিলো। টকা পইচাৰ কাৰণে পৰা মই একো অসুবিধাত পৰা নাই। কিন্তু আমিনা" এইবুলি কৈয়েই কিৰোজ বৈ গ'ল। আমিনাই কলে 'কোৱা কি কব খুজিছা। বৈ গ'লা কিয়?"

"আমিনা তুমি ইতিমধ্যে বিয়া কৰিলা নেকি?" সহজ ভাবে আমিনাই উত্তৰ দিলে— "মই একো কৰা নাই। এই স্কুলতে শিক্ষয়িত্ৰী হিচাবে কাম কৰি আছো আৰু স্কুলৰ পৰা পোৱা

কোৱাৰ্টাৰতে মই থাকো। কথাটো শুনি ফিৰোজে খন্তেক তলমুৰকৈ থাকি আকৌ ক'লে – "আমিনা, মই তোমাৰ ওচৰত বহুত দোষ কৰিলো। খোদাই মোৰ এই মহাপাপৰ শাস্তি দিছে আৰু দিবও।"

আমিনাই ক'লে— "তুমি মোক এৰি মেহেৰক সাৱটি লোৱাটো মই মহাপাপ বুলি নকওঁ। ইয়াৰ বাবে ঈশ্বৰে তোমাক শাস্তি দিবলৈও নাই। কিন্তু তুমি মোৰ দৰে এগৰাকী ছোৱালীৰ সৰ্বস্ব হৰণ কৰি যিদৰে প্ৰতাৰণা কৰিলা, সেইটো নিশ্চয় মহাপাপ। মই ভাবো বিশ্বত বিশ্বাসঘাতকতাহে মহাপাপ আৰু তাকেই তুমি কৰিলা।" আমিনাৰ কথা শুনা মাত্ৰকেই ফিৰোজে নৰম সুৰ মাতেৰে উত্তৰ দিলে,— "আমিনা, মই এতিয়াও সেই পাপৰ প্ৰায়শ্চিত্ত কৰিবৰ কাৰণে প্ৰস্তুত।" বুলি ফিৰোজে আমিনাৰ মুখলৈ চালে। কিন্তু আমিনাৰ চকুমুখত তেওঁৰ কথাৰ কোনো প্ৰভাৱ বা প্ৰতিক্ৰিয়া চকুত নপৰিল। এইবাৰ ফিৰোজে অকনমান চিন্তাকৰি পুনৰ সুধিলে – "আমিনা মোৰ ধন এতিয়া ক'ত আছে তুমি বাৰু জানানে?"

আমিনাই ফিৰোজৰ ওপৰত প্ৰতিশোধ ল'বৰ কাৰণেই কেচুৱা ধনক বিয়াকুল হৈ ফিৰাজে বিচাৰি ফুৰোতেই তাক লৈ শৰণাৰ্থীৰ শিবিৰৰ পৰা পলাই আহিছিল। সেই প্ৰতিশোধৰ ভাৱ এতিয়াও তাইৰ মনৰ পৰা যোৱা নাই আৰু কেতিয়াও নাযায়। তাই কেতিয়াও ফিৰোজক ধনৰ সন্ধান দিব নোৱাৰে। তাই ক'লে – "তোমাৰ ধন মোক বিশ্বাসঘাতকতা কৰি সৈনিক হ'বলৈ ক'ৰবালৈ গুচি গৈছে। পিতৃৰ গুণ সম্পূৰ্ণৰূপে তাৰ গাত প্ৰকাশ পাইছে। মোক আৰু তাৰ কথা নুসুধিবা। মোক এতিয়া অকণমান শান্তিত থাকিবলৈ দিয়া। শুনা, তোমাৰ ধন দৌলত এতিয়াও যথেষ্ট আছে বুলি কৈছা। তুমি কেৱল ধন দৌলতৰ বাবেই ধনীৰ ঘৰৰ ছোৱালী মেহেৰক বিয়া কৰাইছিলা। এতিয়াও

জেনেকুৱা একে ভাৱাপন্ন ধন দৌলত বিচৰা বহুত ছোৱালী তুমি ইচ্ছা কৰিলে পাবা। মোৰ শুভেচ্ছা থাকিল।" আমিনাৰ কথা শুনি ফিৰোজে কি ক'ব কি নকৰ ভাবি নাপাই কিছু সময় নিমাতে থকৰ সন্মুখৰ ব্ৰহ্মপুত্ৰ নদীখনলৈ চাই বহি থাকিল। তাৰ পিছত ক'লে,— "বুজিছো আমিনা, মই এতিয়া ভালকৈ বুজিছো, ধন দৌলতে মানুহক কিছু আৰাম দিবহে পাৰে প্ৰকৃত সুখ কেতিয়াও দিব নোৱাৰে। মই এতিয়া মনৰ সুখ শান্তিৰ কথাহে ভাবিছো। তাৰ বাবে যদি মই এতিয়াও... .... .... ...." বুলি ফিৰোজ বৈ গ'ল। আমিনাই আৰু সহজ ভাৱেই ক'লে, "তুমি কি ক'ব খুজিছা মই বুজিব পাৰিছো। কিন্তু বেয়া নাপাবা— কলা বাঁহ আৰু জোৰা নালাগে। আজি মই ফুলনিত ফুলি থকা ফুলকলিৰ দৰে এই স্কুলৰ শিশুসকলৰ লগত হাঁহি কান্দি এক অনাবিল আনন্দ লাভ কৰিছো। অকণমান শান্তি পাইছো। কাৰোবাৰ চলাহী কথাত ভোল যোৱাৰ বয়স এতিয়া আৰু মোৰ নাই" বুলি আমিনা তলমূৰ কৰি ৰ'ল।

—"তুমি মই অহাত বেয়া পাইছা নেকি ?"

—"মানুহৰ ওচৰলৈ মানুহ আহিলে বেয়া পায় জানো ? তুমি সময় সুবিধা পালে আকৌ আহিবা, এই পৰদেশত মাত্ৰ তুমিয়েই স্বজাতি আৰু স্বদেশী হিচাবে ইমান দিনৰ মূৰত মোক প্ৰথম দেখা দিছাহি। আগলৈ যেন এই ভাবেৰেই আহি থাকা।" আমিনাৰ কথা শুনি ফিৰোজ হতবাক হৈ পৰিল। আমিনাৰ মুখলৈ চাবলৈ যেন তাৰ অলপ সংকোচ হ'ল। তাইৰ মুখলৈ নোচোৱাকৈয়ে 'বাৰু যাওঁ" বুলি ফিৰোজ কৰৰ পৰা ওলাই গৈ চিৰিটোৰ দ্বিতীয় চাপত ভৰি দি এখন্তেক থমকি বৈ একো মইকে পুনৰ ঘোজ ল'লে। তেতিয়া তেওঁৰ খোজত যেন অকণমান অস্থিৰতা কিবা এক আবেগত আমিনয়ো পেটৰ ওচৰ পোৱালৈকে

বাৰাণ্ডাত থিয় হৈ একেখিৰে কিবোৰলৈ চাই থাকিল।

—আগেয়ে কৈ থোৱাৰ দৰেই অহল্যা বৰুৱাই মুছফিকা আৰু পূৰ্ণিমাক তেওঁৰ ঘৰলৈ মাতিলে। আমিনা আবেলিতে আহি বৰুৱানীৰ লগত পাচলি, মাংস, মাছ আদি কাটি কুটি ঠিক ঠাক কৰিলেহি; আৰু মুছফিকাই 'ভাল পাওঁ' বুলি কোৱা বুটবদাইল খিনি বহাই দিলে। ঠিক গধুলি পৰতে মুছফিকা আৰু পূৰ্ণিমা আহি ওলালহি। হাতত এটা সৰু প্লাষ্টিকৰ বেগ। বৰুৱানীয়ে দুৱাৰ মুখৰ পৰা দুহাতেৰে দুয়োজনীক সাৱটি ধৰি ভিতৰলৈ লৈ আনিলে। মুছফিকাই ক'লে— "বাইদেউ, এইটো কিবা এটা আনিছো, ধৰকচোন।" বেগটো হাতত লৈ বৰুৱানীয়ে সুধিলে— "এইয়ানো কি আনিলা ?"

"বাইদেউ, আপুনি কালাকান্দ খাই ভাল পায় নহয়নে ? তাৰে দুটামান লৈ আহিছো।"

—"ইচ, তোমাৰ যে কামবোৰ আৰু।" আমিনা তেতিয়া ভিতৰৰ কৰতে আছিল। বৰুৱানীয়ে মাত লগালে— "ইয়ালৈকে আহাহোন। এওঁলোকৰ লগত তোমাক চিনাকি কৰি দিও।" আমিনা ওলাই আহি দুয়োজনীকে এটি মধুৰ হাঁহিৰে নমস্কাৰ জনালে আৰু ওচৰতে বহিল। বৰুৱানীয়ে তেওঁলোকৰ লগত আমিনাৰ চিনা পৰিচয় কৰাই দিলে। আৰু দুয়োজনীৰ লগত বৰুৱানীৰ কেনে অন্তৰংগতা তাকো ক'লে।

কন্তেক পিছতে আমিনাই ক'লে— "আপোনালোক অলপ বহক। মই অকণমান চাহ কৰি আনো। আমিনা ভিতৰলৈ সোমাই গ'ল।

অলপ পিছতে বৰুৱানীও ভিতৰলৈ সোমাই গৈ আমিনাক ক'লে— 'এইয়া মুছফিকাই কালাকান্দ লৈ আনিছে। সেই টিনটোতে বাদাম আৰু মিক্সাৰ আছে তাৰে লৈতে চাহ দিয়া।'

এইবুলি তিনিও গৰাকী চাহ খাবলৈ বহিল। পূৰ্ণিমাই আমিনালৈ চাই সুধিলে—

"কওঁতা, আপোনাহঁত নাখিলে যেখোন ?"

"বেয়া নাপাব, এই সময়ত চাহ খালে মোক অলপ অপকাৰ কৰে।"

এইদৰে কথা বতৰা পাতি থাকোতে বকৰানীৰ বেৰত ওলোমাই থোৱা ঘড়ীটোলৈ চকু পৰিল। তেতিয়া সময় চাৰে ছয় হৈছে। আপ যাবি উঠাদি উঠি তেওঁ কলে— "বলাচোন, বলা সময় হয়েই। টি ভি ত এখন ভাল 'টেলিফিল্ম' আছে চাওঁগৈ।"

মুছফিকাৰ টি. ভি. চোৱাৰ বৰ চখ্‌ তিনিওজনী গৈ টি. ভি ৰ ওচৰত বহিল আৰু আমিনাও বহিল। এইদৰে আটাইকেইজনী বহি চাই থাকোতে থাকোতেই টেলিফিল্ম খন শেষ হ'ল।

আমিনাই কলে, "বাইদেউ, আপোনালোক বহক, বন্ধা বঢ়া খিনি কৰোগৈ" এইবুলি আমিনা পাকঘৰলৈ গ'ল।

অলপ পাছতেই পূৰ্ণিমাই ক'লে— "আপোনালোক বহক। মই অলপ আমিনাৰ লগত লাগি দিওঁগৈ।" —পূৰ্ণিমা পাকঘৰ পালেগৈ আৰু গৈ দেখিলে ভাত তৰকাৰী সকলো কাটি-কুটি থোৱা আছে। আৰু এখন থালত মাছ আৰু আইন্‌ এখনত মুৰ্গীও কটা আছে।

পূৰ্ণিমাই ক'লে— "মুৰ্গী আপুনিয়ে কাটি থৈছে নেকি ?"

"হয়" আমিনাই ক'লে।

"মুৰ্গীখিনি কটাৰ ধৰণ দেখি বৰ ভাল লাগিছে কেনেকৈ কাটিলে কওঁকচোন।"

আমিনাই মুৰ্গীৰ থালখন হাতত লৈ ক'লে—

"চাওঁক মুৰ্গী এটাত মাত্ৰ ছয়টাহে ভাল পিচ্‌ ওলায় আৰু কেনেকৈ কাটিব লাগে তাকো অলপ ক'লে।

পূৰ্ণিমাই ভাইৰ কথা শুনি বৰ ভাল পালে। আৰু হঠ'তে কিবা এটা ভবাৰ নিচিনাকৈ থন্তেক বৈ ক'লে—

"আপুনি যোৰকৰো মোতকৈ সৰু হলেও ভাঙৰ নহয়। মই তুমি বুলিয়ে মাতিম দেই। তুমিও মোক তুমি বুলিয়েই ক'বা। মই মুৰ্গী ভালকৈ ৰান্ধিব নাজানো। আজি ভালেই হ'ল। তোমাৰ পৰা শিকিব পাৰিম। শিকাই দিবানে?

"যাক বাইদেউ, তুমি নিজ হাতে ৰান্ধাচোন— মই কৈ যাম।"

ইয়াৰ পাছত পূৰ্ণিমাই নিজে আমিনাই কৈ যোৱামতে কৰি গ'ল। গোটেই মুৰ্গী জোলৰ যে জুতি উঠিছে তাক সহজে পূৰ্ণিমাই বুজিব পাৰিলে। এইদৰেই দুয়োজনীয়ে মিলি একেলগে ৰন্ধা-বঢ়া খিনি কৰিলে।

মুৰ্গীজোলৰ জুতি উঠাৰ দৰেই ইজনীয়ে সিজনীৰ কথাটো জুতি পালে। দুয়োজনী যেন এতিয়া নিজৰ বাই-ভনীহে।

আমিনাই ক'লে— "এতিয়া ৰন্ধা-বঢ়া প্ৰায় হ'লেই। মই ভাত কেইটা বহাই দিওঁ। আপুনি বাইদেউহঁতৰ লগতে বহকগৈ।"

সেই সময়ত টিভিত বাতি ৮-৪০ৰ বাতৰি শেষ হোৱাৰ লগে লগে পূৰ্ণিমাই মাত লগালে— "বাইদেউ মন কৰিছেনে, এই বাতৰি দিয়া ছোৱালীকেইজনীয়ে সদায় নতুন নতুন সাজ পিন্ধে।" মুছকিকাই মাত লগালে,

—"তেওঁলোকৰ আছে বাবেহে পিন্ধে। তুমিনো কিয় বেয়া পাইছা?"

"নাই নাই, ঈৰ্ষা কৰা নাই। যোৱাবাৰ পূজাত মোক দেউতাই এসাজ মেখেলা চাদৰ দিলে, দাদাইয়ো আকৌ শাৰী ব্লাউজ দিলে। মামাৰ ল'ৰা মুকুন্দই নতুনকৈ চাকৰি পোৱা বাবে মোকো এসাজ দিলে। দেউতাই কাপোৰ সাজ দিওঁতে মাক কৈছিল— "তাইক এইবাৰ পূজাত এইসাজকে পিন্ধিবলৈ দিবা। দেউতাই

কোৱা মতেই মই পুৱাও সেই মেখেলা চাদৰকে পিন্ধি তিনিও দিনেই পূজা চালো। বাকীকেইতোৰ পিন্ধিবলৈ সময়েই নহ'ল। এওঁলোকে কিন্তু কাপোৰ পিন্ধিবলৈ ভাল সুবিধা এটা পায়।"

মুছফিকাই মাত লগালে- "মই তেনেকৈ পোৱাহলে এই বয়সতো এদিনতে চুস্নাত সলালোহেঁতেন। সকলো কথা শুনি এইবাৰ বকৰানীয়ে মাত লগালে—

—"বয়সৰ কথা কিযনো কোৱা মুছফিকা? দুটা ল'ৰা-ছোৱালীৰ মাক হৈছা যদিও তোমাৰনো কি বয়সটো হৈছে? বয়সে মানুহক বুঢ়া নকৰে মহয় মনেহে কৰে।

ইয়াৰ পাছত আটাইকেইজনী ভাত খাবলৈ বহিল।

মুছফিকাই বকৰানীৰ থালখনলৈ চাই ক'লে—

—"বাইদেউ কথা এটা কওঁ।"

—"কোৱা, কোৱা।"

—"মই মুৰ্গীৰ যিটো টুকুৰা খাই ভাল পাওঁ সেইটো আপোনাৰ থালত পৰিল। সেইতো মোক দিবনে?"

"তুমিয়েই নিষাচোন। মই কিবা এটা কৰি আছো।"

পূৰ্ণিমাই সুধিলে— "বাইদেউ, আমি বহিলোৱেই। আপুনিনো কি কৰিছে?"

"মই অকণমান মাহৰ গুৰিত তেল নিমখ দি সানিছো"

পূৰ্ণিমাই ক'লে— "আই ঐ বাইদেউ। মই যে মাহৰ গুৰি খাই ইমান ভাল পাওঁ। দিয়কচোন দিয়ক। মোক আগতে দিয়ক।"

এইদৰে মহা ফুৰ্ত্তিৰে খাই আটাইকেইজনী যাবলৈ ওলাল, বকৰানীয়ে ক'লে— "ৰবা, মই ড্ৰাইভাৰজনক মাতো, তোমালোকক সি গাড়ীৰে থৈ আহিবলৈ।"

অলপ পাছতে ড্ৰাইভাৰে গাড়ীখন দুৱাৰ মুখলৈ লৈ আনিলে। পূৰ্ণিমাই আমিনাক ক'লে—

"তুমি এবাৰ মোৰ তালৈ আহিবাই দেই।"

"বাক আমাৰ বাইদেউ গলে মই বাইদেউৰ লগতে যাম।"

মূহকিকা আৰু পূর্ণিমাই বকৰানী আৰু আমিনাক মাত লগাই গ'লগৈ।

এতিয়া বকৰানীয়ে আমিনাক লৈ বেডৰূমত বহিলগৈ আৰু দুৱাৰ খিড়িকি বন্ধ কৰি দুয়োজনী একেলগে বিচনাত পৰিল। তেতিয়া তাত মাত্র ডিম লাইটটো জ্বলি আছিল।

বকৰানীয়ে আগতেই আমিনাক কৈছিল— "আমি দুয়ো এদিন ৰাতি বহুত কথা পাতিম বুলি, অলপ সময় দুয়োজনী টলকা মাৰি থাকিল।

আমিনাই সুধিলে—"বাইদেউ আপুনি যে সেইদিনা ফৰিদাৰ বিষয়ে কিবা ক'ম বুলিছিল।"

"বকৰানীয়ে ক'লে— "এইবোৰ কথা ভাবিবলৈকো বেয়া লাগে। কিন্তু তুমি এতিয়া খানবাহাদুৰৰ ঘৰত জীয়ৰীৰ দৰেই হৈ পৰিছা। সেয়ে কওঁ বাক খানবাহাদুৰৰ দ্বিতীয়া কন্যা ফৰিদা আগৰে পৰা বাংঢালী আৰু চৌখিন ছোৱালী আছিল. তাই তেতিয়া বি. এ পাছ কৰিছিল যদিও বর্ত্তমান কুটিল সমাজখনৰ একো আঁও-ভাওঁ নাপাইছিল। সকলোকে সহজ আৰু সৰল ভাবে লৈছিল। খানবাহাদুৰৰ ভাগিনীয়েক আটাউৰ হাজৰিকা সেই সময়ত একেবাৰেই চকল ডেকা। সি অসমৰ কাছাৰ জিলাৰ এখন চাহ বাগানৰ স্বত্বাধিকাৰী আৰু নিজেই পৰিচালকো। তাৰ পিতৃ হাজৰিকাৰ দুবছৰ মান আগতে মৃত্যু হৈছিল আৰু মাকো তাৰ আগতেই এই সংসাৰৰ পৰা বিদায় লৈ গৈছিল। এবাৰ সি নিজৰ গাড়ী লৈয়ে গুৱাহাটীৰ মোমায়েকৰ তালৈ আহিছিল। আৰু মোমায়েক খানবাহাদুৰৰ তাতেই আছিলহি। খানবাহাদুৰে ভনীয়েক অর্থাৎ তাৰ মাক মৰাৰ পিছত সি অহাত বৰ আনন্দ

পালে । গাড়ক কবিদাক দেখি আটাউৰবো বৰ ভাল লাগিল আৰু নিজৰ গাড়ীতে তুলি অ'লৈ-ত'লৈ ফুৰাইছিলো নিছিল আৰু যোৱাৰেক মাখীয়েক হতেও এই কথাত একো দোষ দেখিছিল। এদিন হঠাতে কবিদাই মাকক ক'লে— "মা, মোক আটাউৰ দাদাই বিয়া কৰাবলৈ ইচ্ছা কৰিছে আৰু তোমালোকক কথাটো শুধিবলৈ কৈছে।"

মাকে লগে লগে কথাটো দেউতাকক ক'লে আৰু দেউতাকে ঘৰ পুতেক বাহাকলক আৰু বৰ জোৱায়েক খুৰছেদৰ লগতে জীয়েক নাজিমাকো ক'লে, নিজৰ সম্বন্ধীয় আৰু এখন বাগানৰ মালিক সুদৰ্শন ডেকা আটাউৰৰ ইচ্ছাৰ কথা শুনি সকলোৱে আনন্দ পালে। ইয়াৰ পিছত আটাউৰ আৰু কবিদা মুকলি মনেৰে ফুৰা-চকা কৰিবলৈ ল'লে আৰু সিহঁতৰ যে বিয়া হ'ব সেই কথাও ৰাষ্ট্ৰ হৈ পৰিল।

এদিন আটাউৰে ক'লে সি দুই এদিনৰ পিছত বৰ-দিন উপভোগ কৰিবলৈ কলিকতালৈ যাব আৰু তাৰ পাছত আহি তাৰ দুই চাৰিজন বন্ধু বান্ধৱ গোটাই আঙঠি পিন্ধাব। সকলোৱে কথাটো শুনি ভালেই পালে। আটাউৰে কবিদাকো বুজি ক'লে মোৰ খোদাৰ কৃপাত টকা পইচা কিছু আছে। মই কলিকতালৈ গৈ তোমাৰ কাৰণে এটা হীৰাৰ আঙঠি আনিম আৰু সেইটোৰে 'ৰিং চেৰিমনী ( Ring ceremony ) পাতিম।" কবিদা আনন্দত উৎফুল্ল হৈ পৰিল। আটাউৰ কলিকতালৈ গ'ল। কিন্তু কলিকতালৈ গৈ দিলীৰ কোনো এখৰাকী চিঠি দুইবৰ লগ পাই সকলো পাহৰি পেলালে। কবিদা একেবাৰে মৰ্মাহত হৈ পৰিল। খানবাহাদুৰৰ ইতবো এটা বিশেষ চিন্তা হ'ল। কবিদাৰ কথাটো ৰাষ্ট্ৰ হৈ পৰাত কোনো উপযুক্ত প্ৰাৰ্থী আৰু আগবাঢ়ি নাহা হ'ল। আমাৰ সকলোৰে

বৰদেউতা কাকতিৰ ভাগিনীয়েক মুকুল বৰুৱা সেই সময়ত পাকিস্থানত বৰ ভাবতৰ উচ্চ আয়ুক্তৰ অফিচৰ এজন অফিচাৰ। ইয়াকুব নামৰ এজন ডেকা ইঞ্জিনীয়াৰ তেওঁৰ বন্ধু। এই ইয়াকুবৰ জৰিয়তেই পাকিস্থানৰ এক বঙালী পৰিয়ালৰ এটি সু-শিক্ষিতা ছোৱালীৰ লগত তেওঁৰ বিয়া হৈছিল। মোমায়েক কাকতিয়ে কৰিদাৰ কথাটোত নিজে বৰ দুখ পাই ভাগিনীয়েক মুকুললৈ লিখিছিল সেইফালে কোনোবা উপযুক্ত ল'ৰাৰ খবৰ ৰাখিবলৈ। সেই চিঠি পাইয়েই ইয়াকুবৰ কথা তাৰ মনলৈ আহিল আৰু এদিন লগ ধৰি অন্তৰঙ্গ ভাৱে কথা বতৰা হৈ ক'লে—

"তুমি মোক তোমালোকৰ ইয়াৰে এজনী দিলা; মই এতিয়া আমাৰ তাৰে এজনী ছোৱালী তোমাক যদি দিওঁ গ্ৰহণ নকৰিবানে ?" এই বুলি কৰিদাৰ বিষয়ে ইয়াকুবক সকলো কথা ক'লে আৰু গুৱাহাটীলৈ এবাৰ তাক আহিবলৈ লগ ধৰিলে। ইয়াকুবে সকলো কথা শুনি তাৰ সন্মতি জনালে আৰু ছোৱালী জনী আৰু ঘৰখন চাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। সেইমতেই ইয়াকুবৰ সকলো বিৱৰণ দি মোমায়েক কাকতিলৈ, খানবাহাদুৰৰ লগত সেই বিষয়ে কথা-বতৰা হ'বলৈ এখন চিঠি লিখিলে। কাকতিয়ে সেইমতে খানবাহাদুৰক লগ ধৰিলে।' কাকতিৰ কথা শুনি খান-বাহাদুৰৰ মনলৈ ভাব আহিল— এবাৰ সাপে খুটিলে কেচুঁলৈকো ভয়। সেয়ে কাকতিৰ লগত কথা-বতৰা হৈ কেৱল ল'ৰাৰ লগতে কথা পাতি কিবা এটা কৰিলে আগৰ দৰে বিপৰ্যয় হ'ব পাৰে বুলি তেখেতে সকলো কথা জনাই ইয়াকুবৰ দেউতাকলৈ সপৰিয়ালে গুৱাহাটীলৈ আহি দেখা দেখি হৈ আলোচনা কৰিবলৈ নিমন্ত্ৰণ জনালে আৰু তেখেতে চিঠিৰে ইয়াকো জনালে যে অলপ শাৰীৰিক অসুস্থতাৰ বাবে তেখেতৰ ওচৰলৈ নিজে যাব নোৱাৰাত দুঃখিত।

ইয়াকুবৰ দেউতাক প্ৰফেচাৰ হাচান ঢাকাৰ এখন কলেজৰ

সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক। তেওঁ এজন অতি উচ্চ শিক্ষিত উচ্চ আদৰ্শৰ আৰু উদাৰ মনৰ লোক। তেওঁ সাধাৰণতে কলেজ বন্ধ হলেই ভাৰতৰ নানা বিশ্ববিদ্যালয়ত থকা পণ্ডিত বন্ধু সকলৰ ওচৰলৈ যায় আৰু নানা বিষয়ত তেখেত সকলৰ লগত আলোচনা কৰে। গুৱাহাটী বিশ্ববিদ্যালয়তো তেওঁৰ চিঠিৰে চিনাকি বন্ধু আছে, কিন্তু তেওঁৰ নিজে আহি সেই সকলৰ লগত দেখা দেখি হবলৈ মনত এটা হাবিয়াস আছিল। খান বাহাদুৰৰ আন্তৰিকতা পূৰ্ণ চিঠিখনি পাই তেওঁ খুব আনন্দ পালে আৰু ইয়াকুব আৰু তেখেতৰ পৰিয়ালক লগত লৈ সেইবাৰ পূজাৰ সময়তে গুৱাহাটীলৈ আহিবলৈ ঠিক কৰিলে। ইয়াকুবৰ মাক পাৰবীনে কিন্তু একেবাৰে নতুন মানুহ এঘৰলৈ আহিবলৈ বৰ মন নকৰিলে। প্ৰফেচাৰ হাচান আৰু ইয়াকুব গুৱাহাটীলৈ আহিল। ৰেল ষ্টেচনৰ পৰা খানবাহাদুৰৰ ডাঙৰ ল'ৰা ৰাজ্জাকল আৰু জোৱায়েক খুৰছেদে তেওঁলোকক ঘৰলৈ আগবঢ়াই আনিলে। তেওঁলোকৰ ঘৰৰ দুৱাৰ-মুখ পাওঁতেই খানবাহাদুৰে ইয়াকুবৰ মুৰত হাত ফুৰাই প্ৰফেচাৰ হাচানক সাৱটি ধৰিলে। এতিয়া প্ৰফেচাৰ হাচান খানবাহাদুৰৰ ঘৰৰ এজন বিশিষ্ট অতিথি।

এইদৰেই দুদিনমান থকাৰ পিছত তেখেত সকলক সঘনে লগ ভাগ পোৱা আমি সকলোৱেই বুজিব পাৰিলো প্ৰফেচাৰ হাচানো খানবাহাদুৰৰ দৰেই উচ্চ মন আৰু উচ্চ মানৱতা বোধৰ এজন আদৰ্শস্থানীয় লোক। এই একে ভাৱাপন্ন দুজন লোকৰ অন্তৰঙ্গতাৰ প্ৰতিশ্ৰুতি হিচাবে ইয়াকুব আৰু ৰুবিদাৰ বিয়াখন খুব আনন্দ মুখৰ পৰিবেশত সম্পন্ন হৈ গ'ল।"

এই সকলো বৃত্তান্ত শুনি আমিনাই ক'লে—

"বিয়াখন হৈ যোৱাৰ কথা শুনি মই বৰ আনন্দ পালো। কিন্তু আটাউৰে এই মাংঠালী, সৰল চিন্তীয়া ছোৱালীজনীক

প্ৰৱঞ্চনা কৰা কথাটো ভাবিছে বেয়া লাগে ।”

কথাবোৰ শুনি অহল্যা ৰুকবাৰ নিজৰ জীৱনলৈ মনত পৰিল আৰু মনক সান্ত্বনা দিব নোৱাৰি কৈয়ে পেলালে— “ডেকা কিলাকৰ এনেকুৱা কথা শুনিলে বেয়া লাগে ঠিকেই কিন্তু বয়সত বহু আগবঢ়া সকলেও নিজৰ স্ত্ৰীক প্ৰৱঞ্চনা কৰাটো আৰু কিমান বিষাদৰ কথা ।” —এইবুলি কৈয়েই ৰুকবানীয়ে বিচনাৰ পৰা উঠিল আৰু ওচৰতে থকা কাবাৰ্ডটোৰ ওপৰত থকা জগটোৰ পৰা গিলাচত অলপ পানী ঢালি খালে । জ্বলি থকা ‘ডিম লাইটৰ’ পোহৰত বিচনাত পৰি থকা আমিনাক দেখি ক’লে,— “এহ, মই বৰ ভুলেই কৰিলো, তুমি পিন্ধি অহা কাপোৰ সাজেৰেই শুই আছা অকণমান ইয়ালৈ উঠি আহাচোন” বুলি কৈ দুৱাৰখন খুলি কাষতে থকা কমটোলৈ সোমাই গ’ল । তেওঁৰ ‘ৱাৰড্ৰব’ৰ (Wordrobe) পৰা শাৰী এখন দি ক’লে – এইখনকে তুমি পিন্ধি লোৱা ।” এই বুলি কৈ তেওঁ ওলাই আহি আকৌ বিচনাত পৰিলহি । শাৰীখন সলাই আমিনাও আহি তেওঁৰ কাষতে বাগৰ দিলেহি ।

এইবাৰ ৰুকবানীয়ে আৰম্ভ কৰিলে— ‘সন্তান এটি কোলাত দি তেওঁ তোমাক এৰি যোৱা আজি বহুদিনেই হ’ল । কুটিল সমস্যা বহুল জগতখনত এগৰাকী কম বয়সীয়া নাৰী অকলে থকাটো অসুবিধাজনকে নহয় বিপদজনকো । তুমি আমিনা, কেতিয়াবা জীৱনটো আকৌ নতুন কৈ আৰম্ভ কৰাৰ কথা ভাবা নেকি ?”

—’মাই মাহীদেউ, মোৰ এতিয়া সেই বিলাক ভাবিবৰ সময় আছে জানো ।”

—“সেইদৰে নকবা । আজি-কালি সমাজত নিজে কাম বন কৰি স্বাৱলম্বী হৈ থকা মহিলায়ো কিছু বয়সত বিয়া পতা দেখা যায় । এজন অলপ বয়সস্থ ভাল মানুহে তোমাক গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে বুলি মই গম পাইছো ।”

অৰুণমাৰ কৌতুহলেৰে আমিনাই সুধিলে—

—"সেইজনো কোন বাৰু ?"

খুব সহজ ভাবেই ৰুকমাণীয়ে ক'লে— "তুমি থকা ঘৰৰ গৃহস্থ বাহাকল।"

আমিনাই অৰুণমাৰ উচপ্ খাই উঠা দি উঠিল। কিন্তু খন্তেক পিছতেই ধীৰ-স্থিৰ ভাবে ক'লে—

"বুজিছে মাহীদেউ, কেইদিনমানৰ আগতে মই অহাৰ পৰা প্ৰথম বাৰৰ কাৰণে দাদা মই থকা ঘৰলৈ আহিছিল। কিবা এখন নে দুখন কাগজ-পত্ৰ বিচাৰি। তেখেতে মই থকা ঘৰটোৰ তিনিটা কোঠাৰ এটাত কিছুমান কিতাপ পত্ৰ ৰাখি বন্ধ কৰি থৈছিল। সেইদিনা আহি মোৰ থাকিবলৈ ঠাই অলপ ক'ম হোৱা যেন পাই সেই কোঠাটো খালী কৰি মোক ব্যৱহাৰৰ বাবে দি থৈ গ'ল। কিন্তু যাবৰ সময়ত মই সঁচা মিছা ক'ব নোৱাৰো, দাদাই তেনেকুৱা এটা ইঙ্গিতেই দিছিল যেন লাগে।"

—"পিছে তুমি কি ভাবা ?"

—"আপুনি কাকো নকলে এযাৰ কথা মই আপোনাক কব পাৰো।"

—"কোৱাচোন বাৰু।"

—"মাহীদেউ, মোৰ মনত এটা আশংকা আছে। এজন ইংৰাজ লোকে লিখিছিল – "It is better to have loved and lost, then never to have loved at all." দাদাও কাৰোবাৰ বিৰহ বেদনাত জ্বলি পুৰি দিন কটাইছে নেকি ? নহলেনো ভাল শিক্ষা-দীক্ষা থকাৰ উপৰিও ধনীৰ দুলাল হৈয়ো দাদাই এনে নিঃকিন সন্ন্যাসীৰ জীৱন যাপন কৰিছে কিয় ? ইয়াৰ উপৰিও মাহীদেউ, আৰু এটা কথা, কল্পনাৰ বা বাস্তৱৰ কাৰোবাক হেৰুৱাই বিৰহ বেদনাত ভোগাজনে কাৰন্ত কাৰোবাক চপাই ললেঁও

হেকওৱা জনৰ কথাহে মনত থাকে আৰু তেওঁৰ প্ৰতিবিম্বহে সকলোতে দেখিবলৈ বিচাৰে আৰু এই কথা মুখেৰে প্ৰকাশ নকৰিলেও নবাগতা পত্নীকীয়ে সহজাত নাৰী মনেৰে স্বামীৰ মনৰ কথা সহজে বুজিব পাৰে। ইয়াৰ ফলত শেষত দুয়োজনেই অসুখী হয়।"

আমিনাৰ কথা শুনি বকৰামীৰ মনত এটি সংশয়ৰ উদয় হ'ল। কিন্তু ক'লে—"আমিনা মই তোমাক এতিয়া সঁচা কথাটো কওঁ, চাহেৱা বেগম আৰু নাজিমাই তোমাৰ প্ৰতি কাহাকলৰ মন আছে বুলি তেওঁলোকে নিজে কথাটো ক'বলৈ বেয়া পাই মোকে তোমাৰ মতটো ল'বলৈ কৈছিল। যাহওক, তোমাৰ মনত অলপ আশংকা হৈছেই যেতিয়া তাৰ সত্যাসত্যৰ সম্ভেদ উলিয়াবলৈ মই তেওঁলোকক সুধিম বাৰু তেওঁলোকে মোৰ আগত কেতিয়াও কথা গোপন নকৰে। বাৰু কোৱাচোন এতিয়া যদি সকলো অনুকূল হয় তুমি বাৰু সন্মতি দিবানে ?"

"মাহীদেউ' মোৰ মা-দেউতা, ককাই ভাই বুলিবলৈ ইয়াত কোনো নাই। আপোন বুলিবলৈ কেৱল আপোনালোক হে আছে।"

আমিনাৰ কথাৰ তাৎপৰ্য্য বকৰামীয়ে সহজে বুজি পালে, তাৰ পাছতে গাৰ ওচৰতে পৰি থকা পাতল চাদৰখন গাত পেলাই ললে। আমিনাৰ আৰু অলপ কাষ চাপি নিজৰ অতি আপোন এটিৰ দৰে সেই কাপোৰখনৰ আচল এটি আমিনাৰ গাত দি আলফুলকৈ তেওঁৰ হাত এখন আমিনাৰ গাৰ ওপৰত থৈ ক'লে—

"বাৰু এতিয়া শুই থাকা।"

## বিংশতম অধ্যায়

সেইদিনা অফিচ-কাছাৰী, স্কুল-কলেজ আৰু যান বাহন আদিৰ চলাচল বন্ধ। আন্দোলনকাৰী সকলে এই বন্ধ ঘোষণা

কৰিছে । খানবাহাদুৰৰ ঘৰৰ ত্ৰয়িংৰুমত খুৰছেদ, নাজিমা, বাহাৰুল, ৰেজিনা আৰু মাৰু চাহেবা বেগম বহি নানা খবৰৰ কথা পাতি আছে । খুৰছেদে ক'লে—

"আম্মা, সীমান্তত আকৌ সংঘৰ্ষ আৰম্ভ হ'ল— পাকিস্থান আৰু আমাৰ দেশৰ মাজত ।"

বেগমে টপৰাই মাত লগালে— "এইখন জানো সদায় আৰু কি হৈ থাকে । সৌ সিদিনালৈকে ভাৰত আৰু পাকিস্থান এক হৈ আছিল । দুয়োখন দেশৰে মানুহবিলাক ভাই-ককাইৰ দৰেই আছিল । এতিয়া অকণমান ঠাইৰ কাৰণেই ভাই-ককাইৰ দৰে থকা এই মানুহ বিলাকৰ মাজত কিয়নো যুঁজ বাগৰ লাগি থাকে মই বুজি নাপাওঁ ।"

খুৰছেদে ক'লে— "মা, এই ভাই-ককাইৰ মাজত মাটিৰ কাজিয়াখন এতিয়াৰ দিনৰে নহয়, মাত্ৰ পাঁচখন গাৱৰ কাৰণেই মহাভাৰতৰ যুদ্ধ আৰম্ভ হৈ ক'ত হাজাৰ হিজাৰ মানুহ মৰিল ।"

—"তুমি ঠিকেই কৈছা খুৰছেদ, শ্ৰীকৃষ্ণৰ দৰে স্বয়ং ভগৱান থাকিও কেলেই যে যুদ্ধৰ পৰা কৌৰৱ পাণ্ডৱক বিৰত কৰিব নোৱাৰিলে ? মই তাকেহে কেতিয়াবা ভাবে ।"

বাহাৰুলে মাত লগালে— "মা, প্ৰফেচাৰ হাছান আহোতে মহাভাৰতত থকা তাৎপৰ্য্য বিলাকৰ কথা খুব সুন্দৰ ভাৱে ভেখেতে ইয়াতে বহি কৈছিল । সংস্কৃত ভাষাৰ বিদগ্ধ পণ্ডিত প্ৰফেচাৰে গীতা ভাগৱতৰ বহুত শ্লোকৰ উদ্ধৃতি দি ভাৰতীয় সংস্কৃতিৰ বহুত কথাই কৈ গ'ল, কিন্তু সেইবিলাকৰ তাৎপৰ্য বুজাটো বৰ সহজ নহয় । সেইকাৰণে শ্ৰীকৃষ্ণ উপস্থিত থকা সত্বেও কেলেই মহাভাৰতৰ ভয়াবহ যুদ্ধখন বন্ধ কৰিব নোৱাৰিলে আমি সহজে বুজিব নোৱাৰো ।

—"আজিনো স্কুল-কাছাৰী কেলেই বন্ধ জানানে ?

খুৰছেদলৈ এবাৰ কেৰাহীকৈ চাই নাজিমাই ক'লে— "এওঁলোকৰ দৰে চৰকাৰী বিষয়াৰ কথানো কি কবা ? কিবা এটা

হলেই আনন্দ পায়; ঘৰতে বহি থাকিবলৈ পায় যাবে।"

খুৰহেদে মাত লগালে— "তেনেকৈ নকবা দেই। আমি কামৰ মানুহ। অকিচৰ কামবোৰ পৰি থাকিলে আমি অসুবিধাহে পাওঁ, সেইদিনা বন্ধত ওলাই গৈ কি গতি হৈছিল তোমাক দেখোন কৈছিলোৱেই।"

চাহেবা বেগমে মাত লগালে— "কোৱাচোন কোৱা, কিনো হৈছিল আমাকো কোৱা।

—"শুধিছে যেতিয়া আচল কথাটো কওঁ বাৰু। মা সেইদিনা আজিৰ দৰেই ছাত্ৰ সকলে বন্ধ ঘোষণা কৰিছিল। তথাপি বিশেষ এটা কাম অকিচত আছিল বাবে মই যাব পাৰিম বুলি গাড়ীখন লৈ ওলাই গৈছিলো। অলপ দূৰ গৈয়ে শুক্ৰেশ্বৰ ঘাটৰ ওচৰত দেখিলো এখন 'ফাষ্ট' ক্লাচ' গাড়ী বাটৰ কাষতে বৈ আছে। গাড়ীত কোনো মানুহ নাই, কিন্তু গাড়ীৰ আইনা এখন ভঙা। খুব সম্ভৱ কোনোবাই শিল দলিয়াই আইনাখন ভাঙিলে। ইয়াকে দেখি মোৰ মনত অলপ ভয় লাগিছিল যদিও লাহে লাহে মই আগবাঢ়িলো। মই গৈ পানবজাৰ অভাৰ ব্ৰীজখনত উঠিবলৈ আৰম্ভ কৰিছো, এনেতে দেখিলো গাড়ীৰ আগলৈ দুগৰাকী কলেজীয়া ছোৱালী আহি গাড়ীখন ৰখাবলৈ হাত দাঙিলে। মই তৎক্ষনাত একাষৰীয়াকৈ গাড়ীখন ৰাখিলো। ছোৱালী দুজনী মোৰ কাষ চাপি আহিল। মই যেন কিবা এটা ডাঙৰ দোষহে লগালো— এনে ভাৱত ছোৱালী দুজনীয়ে অলপ টানকৈযে সুধিলে—

—"আপুনি কʼলৈ যাবলৈ আহিছে?"

—"মই অফিচলৈ যাবলৈ ওলাই আহিছো।" মই যেন বলা দুইত থিতহে চালিলো। দুয়োজনীয়ে একে লগে কʼলে— "আপুনি অসমীয়া মানুহ নহয় নেকি? আজি ছাত্ৰ সন্থাই সকলো বন্ধ দিছে বুলি নাজানে? আপুনি গাড়ী ইয়াতে ৰাখক।"

মই মহা বিমোৰত পৰিলো। এতিয়া গাড়ীখন কিদৰে ঘোৰাবো। তাতে তেনেকৈ এৰি আহিবও নোৱাৰো-ৰাস্তাৰ মাজত। তেনেকৈ এৰি আহিলে গাড়ীৰ কি অৱস্থা হয় ঠিক নাই। কিন্তু মোৰ মনতে এটা বুদ্ধি খেলালে। মোৰ মনত যেন একোৱেই হোৱা নাই, তেনে ভাৱেৰে ছোৱালী দুজনীক সুধিলো—

"তোমালোক এতিয়ানো কোনফালে যাম বুলি আহিছা?"

—"আমি ডবলুমুখৰ এখন হাইস্কুললৈ যাব লাগে। তাতে আমি সকলো ছাত্ৰ-ছাত্ৰী গোট খাম।"

"মই অকণমান সকাহ পোৱাদি পাই ক'লো—

"ইয়াৰ পৰাটো তালৈ বহুত দূৰ মই অৱশ্যে সেইফালেই থাকো। যদি ইচ্ছা কৰা তোমালোকক মৰেই লৈ যাব পাৰো।" —এই বুলি কৈয়েই গাড়ীৰ পিচ দুৱাৰখন খুলি দিলো।

খন্তেক ইতঃস্তত কৰি ছোৱালী দুজনী মোৰ গাড়ীতে উঠি বহিল।

মই অলপ আশ্বস্ত হ'লো। ভাবিলো ইহঁত দুয়োজনীক গাড়ীত নিলে মই নিৰাপদে ঘৰ পাবগৈ পাৰিম। মই লাহেকৈ গাড়ীখন ঘুৰাই লৈ ঘৰৰ ফালে আহিলো। আহোতে বাটত আমাৰ একো কথা বতৰা পতা নহ'ল। আমাৰ ঘৰৰ আগ পায়েই মই ছোৱালী দুটিক কলো— 'ইয়াতেই মই থাকো।' তেতিয়া এজনী ছোৱালীয়ে মাত লগালে। 'তেন্তে গাড়ী আপুনি ইয়াতে ৰাখক। আমি অকণমান আগুৱাই গ'লেই স্কুলখন পামগৈয়েই।"

ময়ো ৰক্ষা পৰিলো। পিছফালৰ দুৱাৰখন খুলি দিলো। ছোৱালী দুজনী গাড়ীৰ পৰা নামিল আৰু ক'লে—'আমি যদি আপোনাক কিবা টান কথা কৈছো বেয়া নাপাব। আমাক লৈ অহা বাবে ধন্যবাদ।"

কথা বতৰাৰ পৰা বুজিব পাৰিলো ছোৱালী দুটি ভাল ঘৰৰে·

হ'ব। কিন্তু মুখৰ পৰা হঠাৎ ওলাই গ'ল—

—"কিযনো বেয়া পাম ? তোমালোকো অসমীয়াহে।"

সিঁহত দুয়োজনীয়ে কি ভাবিলে ক'ব নোৱাৰো। কিন্তু আমাৰ ঘৰটোলৈ এবাৰ ভালকৈ চাই সিঁহত আঁতৰাই গ'ল।

কথাটো শুনি আটাইবোৰবে হাঁহি উঠিল।

"এতিয়া কোৱাচোন নাজিমা, বন্ধত অফিচলৈ ওলাই গৈ যিটো সোৱাদ পালো, আকৌ তুমি বন্ধত যাবলৈ কোৱানে ?"

এনেতে হাবাথুৰি খাই অহা দি হাতত কাগজ এখিলা লৈ আমিনা আহি ওলালহি। তাইৰ যেন এতিয়া মুখৰ পৰা মাত নোলাবই, কথামপি ক'লে—

"মাহীদেউ, চাওঁকচোন, মোৰ কি বিপদ হ'ল। মই এতিয়া কি কৰো ?"

বাহাকলে সুধিলে— "কি হ'ল, ইমান উধাতু খাই আহিছা যে। চাওঁ হাতত কি সেইখন ?"

কাগজ টুকুৰা বাহাকলৰ হাতত দি তাইৰ কান্দো কান্দো অৱস্থা হ'ল।

এইবাৰ চাহেবা বেগমে বাহাকলক সুধিলে—

"সেইখন নো কি মুকুট ? এইৰ কি হ'ল ?"

—"মা, এইখন টেলিগ্ৰাম। আৰ্মি হেড কোৱাৰ্টাৰৰ পৰা আহিছে।"

আচৰিত হোৱাদি মাকে সুধিলে— "ক,' চোন কথাটো ক। কি খবৰ আহিছে তাত ?"

"ইযাত লিখিছে— Captain Nurul injured in the war front (stop) His left knee badly affected. (stop) Hospitalised. (stop) Best treatment given. (stop) He is out of danger (stop)

আমিনাই ক'লে— "দাদা, মই এবাৰ যাওঁৱেই নেকি ?"

বাহাৰুলে উত্তৰ দিলে— "তুমি একো চিন্তা নকৰিবা যুদ্ধত হাত ভৰি ভঙা এটা সাধাৰণ ঘটনা। মিলিটেৰী হস্পিটেলত এইবোৰ চিকিৎসাৰ বাবে বিশেষ ব্যৱস্থা আছে। আৰু হাড়ঘুৰৰ চিকিৎসাৰ বাবে খুব ভাল অৰ্থপেডিকচ্ৰ ডাক্তৰো থাকে। হস্পিটেলত ভৰ্ত্তি কৰিছে যেতিয়া বিশেষ চিন্তাৰ কাৰণ নাই। মিলিটেৰীৰ নিয়ম কানুন বৰ কঠোৰ। তুমি গলেও হস্পিটেলৰ ভিতৰলৈ যাবলৈ দিব নে নিদিয়ে সন্দেহ। বাক দুদিনমান ৰ'বাহোৰ ইয়াৰ পাছত কি খবৰ আহে চাওঁ।"

সকলো কথা শুনি থকা বেজিনাই মাত লগালে— "মামা, দাদাৰ ভৰিখন কাটি পেলাব লাগিব নেকি ?"

কথাটো শুনি দেউতাক খুৰছেদে ক'লে— "নালাগে নালাগে। তেনেকুৱা কিবা এটা হোৱা হ'লে টেলিগ্ৰামত জনালেই হেঁতেন।"

টেলিগ্ৰামত কথাখিনি শুনাৰ পাছত আটাই খিলাকৰ মনটো অলপ গধুৰ হ'ল। এই পৰিবেশটো পাতল কৰিবৰ বাবে মাজিমাই ক'লে— "তোমালোক বহাচোন, মই তোমালোকলৈ অলপ চাহকে কৰি আনো।"

—"নালাগে বাইদেউ, যোলৈ নালাগে।"

—"কিয় নালাগিব। কিয় নালাগিব ? মই বেগেতে আনিম। তুমিও বহা।"

এইবাৰ খুৰছেদে আমিনাক ক'লে—

"তুমি এনেকৈ চিন্তা কৰি মন মাৰি নাথাকিবা। খুব গুৰুত্বপূৰ্ণ কিবা এটা হ'লে টেলিগ্ৰামত লিখিলেহেঁতেন। কেপ্টেইন হৈয়েই নুকল যুদ্ধৰ আগশাৰীত যুদ্ধ কৰিবলৈ যোৱাটো গৌৰৱৰ কথা। তাৰ দক্ষতাৰ বাবেহে ইমান ক'ম বয়সতে তাক যুদ্ধৰ আগশাৰীলৈ পঠিয়াইছে। তুমি তাকৈ কোনো বেজাৰ নেদেখুৱাই

উৎসাহ জনাই চিঠি এখন দিয়া।"

এনেকুৱাতে মাজিদা আহি সকলোকে একাপ একাপ চাহ দিলেহি।

বিদায়েই মহম্মদ চাহেবা বেগমৰ মাতৃ হৃদয়ে কথাটো খুব সহজ ভাবে লব নোৱাৰি বিমৰ্ষ হৈ পৰিল। তথাপি আমিনা যাতে ভাগি নপৰে তাৰ বাবে নিজৰ মনৰ দুখ প্ৰকাশ নকৰি সান্ত্বনাৰ সুৰত ক'লে— "আমিনা, তুমি খুব চিন্তিত নহবা, আল্লাই যদি তোমাক দুখ দিছে, সেই আল্লায়েই তোমাক দুখ সহিবলৈকো শক্তি দিয়ক তাকে ভাবিবা। আমি সকলো আছো নহয়, আমি সকলো কথা চিন্তা কৰি যি কৰিব লাগে কৰিম, কান্দি কাতি নাথাকিবা।"

## একবিংশ অধ্যায়

লুধিয়ানাৰ মিলিটেৰী হস্পিটেলখন যথেষ্ট ডাঙৰ আৰু তাত প্ৰায় ডেৰ হাজাৰখন বিচনা আছে। সেই হস্পিটেলত নুৰুলক ৰখা হৈছে। অফিচাৰ সকলৰ কাৰণে থকা মেলাৰ আৰু চিকিৎসাৰ সুকীয়া সু-ব্যৱস্থা তাৰ সকলো ৱাৰ্ডতে আছে। নুৰুলৰ বিশেষকৈ বাওঁ ভৰিৰ আঠুৰ খিলাত পোৱা আঘাত অলপ বিপদজনক আছিল। হস্পিটেলৰ ভাৰপ্ৰাপ্ত ডাক্তৰ কৰ্ণেল চোপ্ৰাই নিজেই তাৰ চিকিৎসাৰ ভাৰ হাতত লৈছে আৰু এগৰাকী বয়সীয়াল অভিজ্ঞ নাৰ্চক নুৰুলৰ পৰিচৰ্য্যাৰ কাৰণে বিশেষকৈ নিয়োগ কৰিছে। নাৰ্চ গৰাকীয়ে নুৰুল অসমৰ বুলি বোধ হয় জানিব পাৰিছে। সেয়ে অসমীয়াতে আৱশ্যকীয় দুই এটা কথাৰ আদান-প্ৰদান কৰে। তেওঁ অতি নিৰ্বিষ্ট মনেৰে কৰ্ত্তব্য সম্পাদন কৰি যায়। মানুহ গৰাকীৰ প্ৰতি এক আকৰ্ষণ অনুভৱ কৰিলেও আৰু তেওঁৰ বিষয়ে

অধিক জানিবলৈ মন গলেও সামৰিক প্ৰশাসনৰ কঠোৰ আৰু দৃঢ় নীতিৰ মাজত সেয়া কিছু অস্বাভাৱিক হ'ব বুলিয়েই মুকুলে নিজকে সংযত কৰি ৰাখিছে। মুকুলক শীত তাপ নিয়ন্ত্ৰিত এটা ৱাৰ্ডত ৰখা হৈছে। কৰ্ণেল চোপ্ৰা সৈন্য বাহিনীৰ ভিতৰতে এজন নামজ্বলা সুদক্ষ অৰ্থপেডিকচৰ ডাক্তৰ। মুকুলৰ ভৰিৰ আঘাট অলপ সংকটজনক আছিল আৰু সেই কাৰণেই অস্ত্ৰোপচাৰ কৰিব লগা হৈছিল। যি নহওঁক। অভিজ্ঞ ডাক্তৰৰ চিকিৎসা আৰু অভিজ্ঞতা সম্পন্ন নাৰ্চৰ শুশ্ৰূষাত লাহে লাহে তাৰ স্বাস্থ্য বহুত খিনি উন্নত হৈ আহিছে। এনেদৰেই মুকুল কিছুদিন হস্পিতালতে চিকিৎসাধীন হৈ থাকিব লগা হৈছিল। এদিন এজন পিয়নে সি শুই থকা বিচনাতে এখন চিঠি দিলেহি। তাৰ ভৰি তেতিয়াও বান্ধি থোৱা অৱস্থাতে আছিল। আৰু তাক উঠি বহিবলৈ দিয়া নহৈছিল। কিন্তু বিচনাতে মাজে সময়ে অলপ আউজি বহিবলৈ ব্যৱস্থা কৰি দিছিল। এই চিঠিখন পাই তাৰ লগত লাগি থকা সেই নাৰ্চ গৰাকীক চিঠিখন খুলিবলৈ ক'লে চিঠিখন খোলাৰ লগে লগে মুকুলে সুধিলে— "কাৰণো চিঠি চাওঁকচোন।"

চিঠিখন চাই নাৰ্চে ক'লে— "তলত মা' বুলি লিখা আছে।"

কথাষাৰ শুনিয়েই মুকুলৰ মুখখনি যেন উজ্জ্বল হৈ পৰিল। আৰু চিঠিত কি লিখিছে তাক জানিবলৈ উদ্বিগ্ন হৈ নাৰ্চ গৰাকীক ক'লে— "পঢ়কচোন পঢ়ক।"

নাৰ্চ গৰাকীয়ে চিঠিখন পঢ়ি গ'ল—

"মৰমৰ

ধন,

যুদ্ধত তুমি অলপ আঘাত পাই হস্পিটেলত ভৰ্তি হৈছা বুলি এখন টেলিগ্ৰাম পালো আৰু সেই টেলিগ্ৰামত লিখিছে যুদ্ধ কৰিবলৈ তুমি আগশাৰীত ঠাই পাইছিলা। অলপ দিনৰ আগতেহে

মাত্ৰ সৈন্যবাহিনীত যোগদান কৰি সৈন্যবাহিনীৰ আগত থাকি শত্ৰুৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ পোৱাতো তোমাৰ দৰে এজন সৈনিকৰ কাৰণে গৌৰৱৰ হে কথা। তুমি সৈন্যবাহিনীলৈ যোগ দিওঁতে তোমাৰ সময়তে মই তোমাক কৈছিলো— যুদ্ধত যাইল হোৱা, শত্ৰুৰ প্ৰাণ নাশ কৰা বা নিজৰ প্ৰাণ হেৰুওৱা সৈনিকৰ কাৰণে এটা সাধাৰণ ঘটনা। এইবিলাক আগতে চিন্তা কৰিহে সৈন্যবাহিনীত যোগদান কৰিবলৈ তোমাক কৈছিলো আৰু তুমি সকলো কথা চিন্তা কৰি আৰু মোৰ আশীৰ্ব্বাদ লৈ সৈন্যবাহিনীত যোগদান কৰিলাগৈ। মই এতিয়াও তোমাক আশীৰ্ব্বাদ কৰিছো, সোনকালে আৰোগ্য হৈ নিজৰ কামত যোগদান কৰিব পাৰিবা। খোদাৰ ওপৰত বিশ্বাস আৰু ডাক্তৰৰ ওপৰত ভৰসাই তোমাক বিপদ মুক্ত কৰিব। তোমাৰ পৰা সু-খবৰ পাবলৈ মই বাট চাই থাকিম। পুনৰ মোৰ মৰম আৰু আশীৰ্ব্বাদ ল'বা।

ইতি

তোমাৰ মা

মাকৰ চিঠিত যি বিষাদ বেদনাৰ কথা আছিব বুলি ভাবিছিল তাৰ পৰিবৰ্তে এনে উৎসাহজনক চিঠি পাই শয্যাশায়ী মুকলে দেহ আৰু মনত যথেষ্ট শক্তি পালে। এইবাৰ মাৰ্চ গৰাকীয়ে আকৌ ক'লে—

—"কেপ্টেইন, এই খামটোৰ ভিতৰত আৰু এখন চিঠি পাইছো।" মুকলে উৎকণ্ঠাৰে ক'লে—"সেইখনো আপুনি খোলক-চোন কাৰণো চিঠি ?" সেই চিঠিৰ খামটো খুব বেচিকৈ আঠা লগাই বন্ধ কৰা আছিল। সহজে খামটো খোল নোখোৱাত খামটোৰ একাষে কালি চিঠিখন উলিয়ালে, মাৰ্চ গৰাকীয়ে চিঠিখন চাই ক'লে— "কেপ্টেইন, চিঠিৰ তলত বেজিনা বুলি লিখা আছে।"

—"বাৰু চিঠিখন মোকেই দিয়ক। চিঠিখন দি মাৰ্চ গৰাকী

আঁতৰি গ'ল। মুকলে চিঠিখন পঢ়াৰ লগে লগে খঙ্কক্ৰ হৈ সেতা পৰি থকা মুখখনিলৈ যেন অলপ তেজ আহিল। চকু- কেইটাতো যেন হাঁহি বিৰিঙি উঠিল। এইখন যে তাৰ মৰমৰ বেজিনাই তালৈ ব্যাকুল অন্তৰেৰে প্ৰাণ উবুৰিয়াই দিয়া প্ৰেম-প্ৰীতিৰ চিঠি।

## দ্বাবিংশ অধ্যায়

সুৰেন্দ্ৰ মোহন সিঙে লুধিয়ানাৰ এই মিলিটেৰী হস্পিটেলৰ বহুত কামৰ ঠিকা লৈছে। তেওঁৰ ঠিকাদাৰ হিচাবে খুব সুনাম আৰু সুখ্যাতি আছে। এতিয়া তেওঁ এই হস্পিটেলৰ দুটা অপাৰেশ্যন থিয়েটাৰ সজা কাম আৰম্ভ কৰিছে। ইয়াত 'এয়াৰ কণ্ডিচনিং' ব্যৱস্থাও থাকিব। এইবিশাল কামত তেওঁৰ পুতেক বীৰেন্দ্ৰ সিং বৰ পাকৈত। দেউতাক সুৰেন্দ্ৰ মোহন সিঙৰ দিল্লীত বহুত কামৰ ভাৰ পৰাত পুতেক বীৰেন্দ্ৰ সিঙকে ইয়াৰ কাম থিনি কৰিবলৈ পঠিয়াইছে।

নতুন ঠাইলৈ আহি বীৰেন্দ্ৰ সিঙে বাহিৰৰ মানুহৰ লগত বিশেষ চা-চিনাকি হোৱা নাই কেবল কেইজনমান মিলিটেৰী অফিচাৰ আৰু হস্পিটেলতে লগ পোৱা ডাক্তৰ আৰু নাৰ্চ সকলৰ লগতহে তেওঁৰ কিছু চিনা পৰিচয় হৈছে। এইদৰেই লাহে লাহে সেই সকলৰ লগত কিছু ঘনিষ্ঠতাও বাঢ়ি গৈছে। এদিন তেওঁ সেই হস্পিটেলৰে চিষ্টাৰ ললিতাৰ পৰা এখন বিয়াৰ নিমন্ত্ৰণী চিঠি পালে। কিন্তু যি ঠাইত বিয়াৰ বাহৰ পাতিছে তেওঁ তালৈকে নাজানে। তেওঁ বহুতদিন ঘৰৰ পৰা আঁতৰত থকা কাৰণে কোনো বিয়া সবাহত যোগদান কৰিবলৈ নিমন্ত্ৰণো পোৱা নাই আৰু কোনো বিয়া সবাহলৈ যোৱাও নাই। এতিয়া হঠাতে নতুনকৈ চিনাকি

এগৰাকী মাৰ্চিং চিষ্টাৰৰ পৰা বিয়াৰ নিমন্ত্ৰণী চিঠিখন পাই তেওঁৰ যাবলৈ ইচ্ছা হ'ল আৰু বিয়াৰ বাহৰলৈ ক'ত জানিবৰ কাৰণে কোনো এগৰাকীক লগ ধৰো বুলি তেওঁৰ গাড়ীখন লৈ মাৰ্চৰ কোৱাৰ্টাৰৰ কালে আহিল। হস্পিটেলৰ পিছফালে থকা ৰাস্তাটোৰ সিফালে মাৰ্চসকলৰ কোৱাৰ্টাৰ। তেওঁ আহি সেই কোৱাৰ্টাৰৰ ওচৰ পাওঁতেই দেখিলে চিষ্টাৰ মেহেৰুন্নিছা কামলৈ ওলাই আহিছে। তেওঁৰ ওচৰ পাই বীৰেন্দ্ৰ সিঙে গাড়ীখন ৰাখি নামিল। যথা নিয়মে ইজনে সিজনক শুভেচ্ছা জনালে। চিষ্টাৰ মেহেৰে এইবাৰ সুধিলে—

"আপুনি কাৰোবাক লগ পাবলৈ আহিছে নেকি?" কথাত অলপ মহৰ সানি মিষ্টাৰ সিঙে ক'লে—

"হয়, আপোনাকেই লগ পাম বুলি আহিছিলো।"

—"মোক?"

—"হয় আপোনাকে।"

—"কিবা বিশেষ কথা আছে নেকি?"

—"হয় চিষ্টাৰ এয়া চাওঁকচোন এখন বিয়াৰ নিমন্ত্ৰণী চিঠি পাইছো।"

এইবুলি সিঙে নিমন্ত্ৰণী চিঠিখন চিষ্টাৰৰ হাতত দিলে। চিঠিখন দেখিয়েই মেহেৰে ক'লে— "অ' এইখন আমাৰ লতিকাৰ বিয়াৰ চিঠি। নিমন্ত্ৰণ পাইছে যেতিয়া আপুনিও নিশ্চয় যাব।"

—"হয় মই যাম বুলি ভাবিছো কিন্তু চিঠিত দিয়া বিয়াৰ বাহৰ ক'ত মই নাজানো তাকে আপোনাক সুধিবলৈ আহিছিলো, আপুনিও বোধকৰো বিয়ালৈ যাব।"

"হয় আমাৰো ইচ্ছা আছে। বিয়াৰ বাহৰ ইয়াৰ পৰা চাৰি কিল'মিটাৰ মান আঁতৰত। তালৈ এতিয়া কেনেকৈ যাওঁ তাকেহে চিন্তা কৰিছো।"

সিঙে তপৰাই উত্তৰ দিলে—

"এই গাড়ী লৈয়ে যাম যদি বেয়া নাপাই মোৰ গাড়ীতে যাব পাৰিব।"

চিন্টাৰে অকণমান ইতঃস্তত কৰি ক'লে—

"আমি গ'লে তিনি চাৰিজনীমান একেলগে যাম কিন্তু আপোনাৰ মিচেচো লগত গ'লে গাড়ীত অলপ ঠাইৰ নাটনি হ'ব নেকি ?"

মিষ্টাৰ সিঙে সহজ ভাবেই ক'লে—

"মোৰ মিচেচ বিয়ালৈ নাযায়, গতিকে আপোনালোক ওলাৰ মতেই লৈ যাম।"

"আপুনি আমাৰ ইয়ালৈ আহিব নালাগে আমি হস্পিতালৰ সন্মুখৰ গেটৰ ওচৰতে কাইলৈ আবেলি পাচটা বজাত ৰৈ থাকিম তাৰপৰাই আপুনি আমাক বিয়ালৈ লৈ যাব।"

সন্তুষ্ট মনেৰে মিষ্টাৰ সিঙ গ'লগৈ।

এদিন দুপৰীয়া চিন্টাৰ মেহৰ আগবেলা ডিউটিৰ কাম শেষ কৰি কোৱাৰ্টাৰলৈ যাবলৈ হস্পিতালৰ দীঘল বাৰাণ্ডাইদি আহি আছে।" বীৰেন্দ্ৰয়ো দুপৰৰ পৰা কামত লাগি থাকি পিয়াহ লগাত বাৰাণ্ডাতে চিন্টাৰক দেখা পাই খোৱা পানী ক'ত পোৱা যায় সুধিলে। চিন্টাৰে ক'লে— "এইটো ৱাৰ্ড পাৰহৈ অকণমান সোঁহাতলৈ ঘূৰি গলেই তাতে ভিজিটৰছ্ সকলৰ কাৰণে পানীৰ আৰু টয়লেটৰ ব্যৱস্থা আছে। বীৰেন্দ্ৰই সেইফালে যাবলৈ ভৰি আগবঢ়াওতেই চিন্টাৰে ক'লে··

"মিঃ সিঙ, তালৈ যাব নালাগে মোৰ ৰুমলৈকে বৈ আহো বলক তাতে পানী খাব অকণমান জিৰণি ল'ব পাৰিব।"

বীৰেন্দ্ৰৰ অলপ ভাগৰো লাগিছিল চিন্টাৰৰ কথাত সেয়ে সুখেৰে একো নামাতি চিন্টাৰৰ লগে লগে খোজ দিলে। এটা দীঘলীয়া ঘৰত নাৰ্চৰ কোৱাৰ্টাৰ। তাত ১০/১২ টা কোঠা আছে সন্মুখত

দীঘল আহল বহল বাৰাণ্ডা— প্ৰত্যেক কোঠাত দুই বা তিনি গৰাকীকৈ মাৰ্চ থাকে। চিষ্টাৰ মেহেৰ কিন্তু কোৱাৰ্টাৰৰ প্ৰথম কোঠাটোতে অকলেহে থাকে। তেওঁৰ কোঠাত এখন কাঠৰ চকী আৰু এখন সৰু টেবুল আৰু এজন মানুহ শুব পৰা এখন বিছনা আছে। সেই কোঠাটোৰ একাষে মাটিতে এটা মতলীয়া ধবধব টিনৰ ট্ৰাঙ্ক আৰু এটা সাধাৰণ কাঠৰ বাকচ আছে। একাষৰ বেৰত দহ ইঞ্চিমান বহল আৰু চাৰিফুট মান দীঘল এচটা কাঠ লগোৱা আছে। তাতে চিষ্টাৰে দুটামান কাপ প্লেট গিলাচ আৰু এটা পানীৰ জগ থৈছে। বীৰেন্দ্ৰ সিঙক তেওঁৰ কোঠালৈ নি সন্মুখৰ দুৱাৰৰ কাষতে থকা চকীখনতে বহিবলৈ দিলে আৰু কাঠৰ বাকচটো খুলি তাৰ পৰা অৰেঞ্জস্কোৱাচৰ বটলটো উলিয়াই আনিলে। তাকে দেখি বীৰেন্দ্ৰ সিঙে ক'লে—

"চিষ্টাৰ মোক এতিয়া সেইবোৰ একো নালাগে। মাত্ৰ খালী পানী এগিলাচকে দিয়ক।"

"নহয় নহয় মিঃ সিং, অকণমান গৰম পৰাৰ কাৰণে মই কালি কেণ্টিনৰ পৰা কিবা-কিবি দুটামান বস্তুৰ লগতে এই বটলটোও লৈ আহিছিলো। এতিয়া মোৰো অকণমান খাবলৈ মন গৈছে।" এই বুলি তেওঁ বটলৰ ঢাকনিখন খুলিবলৈ যত্ন কৰিলে। ইয়াকে দেখি বীৰেন্দ্ৰ সিঙে ক'লে—

"দিয়ক মইয়ে বটলটো খোলো। চিষ্টাৰে বটলটো বীৰেন্দ্ৰ সিঙৰ হাতত দি দুটা আয়নাৰ গিলাচ আৰু পানীৰ জগটো আনি সৰু টেবুলখনতে থলেহি। বীৰেন্দ্ৰই দুযোটা গিলাচতে অলপ অলপ অৰেঞ্জ স্কোৱাচ ঢালি দিলে। ওচৰতে থিয় দি থকা চিষ্টাৰে দুয়োটা গিলাচতে জোখমতে জগটোৰ পৰা পানী মিহলাই এগিলাচ বীৰেন্দ্ৰ সিঙৰ হাতত দি ইটো গিলাচ হাতত লৈ বীৰেন্দ্ৰ সিঙৰ মুখা-মুখি হৈ তেওঁৰ বিছনাখনতে বহিল। পিয়াহ লাগি থকাৰ

কাৰণে বীৰেন্দ্ৰ সিঙে কেইঢোক মানাত গিলাচ উদং কৰি খাই আৰু এগিলাচ তপত পানী গিলাচত লৈ খাবলৈ গিলাচটো হাতত তুলি ল'লে। তাকে দেখি চিষ্টাৰে— "ৰ'ব, ৰ'ব" বুলি উঠিগৈ আৰু অকণমান আবেঙ্গ স্কোৱাচকে দিওঁ বুলি বীৰেন্দ্ৰ সিঙৰ গিলাচত ঢালি দিলে। বীৰেন্দ্ৰ সিঙে এইবাৰ হাঁহি এটা মাৰি ক'লে—

"আপুনি খাবলৈ অনা অৰেঞ্জ স্কোৱাচখিনি যদি মই এনেকৈ খাওঁ আপোনাৰ নাথাকিবই দেখোন।" চিষ্টাৰেও তপৰাই মাত লগালে— "বুজিছে সিং, বাটি খালে আটি যায়, লুকাই খালে চুকাই যায় বুলি আমাৰ এষাৰ কথা আছে।" কথাষাৰ শুনি বীৰেন্দ্ৰ সিঙে বৰ আমোদ পালে। ইয়াৰ উপৰিও প্ৰায় বহুত দিন নিঃসঙ্গ হৈ থকা বীৰেন্দ্ৰ সিঙে অযাচিতে এগৰাকী মহিলাৰ লগত মুকলি মনেৰে দুষাৰ কথা পাতিবলৈ অকণ সুযোগ পাই তেওঁৰ মনত অলপ আনন্দও লাগিল। ইয়াৰ পিছত কিবা এটা চিন্তা কৰাৰ নিচিনাকৈ বীৰেন্দ্ৰ সিঙে চিষ্টাৰক সুধিলে—

'চিষ্টাৰ আপুনি এই কামত যোগ দিয়া কিমান দিন হ'ল?"

"প্ৰায় চৈধ্য বছৰেই হ'ল।"

'আপোনাৰ নিজা ঘৰ ক'ত আছিল বাৰু?"

"এতিয়ানো সেইবোৰ—ক'লে কি হ'ব? বৰ্দ্ধমান বাংলা-দেশতে মোৰ ঘৰ আছিল।"

'তেন্তে আপুনি কেনেকৈ এইখিনি পালেহি?" এটা হুমুনিয়াহ কাঢ়ি চিষ্টাৰে ক'লে – "মই পাকিস্থানী সৈনিকৰ বলি হলো?"

সিঙে ক'লে— 'সৈনিকৰ বলি হৈয়ো এতিয়াও যে আপুনি থাৰ চৈধ্য বছৰ কাল এই সৈনিকৰ মাজত কটাইছে?"

"ইয়াকে কয় সিং, ভাগ্যৰ বিড়ম্বনা।"

এইবাৰ বীৰেন্দ্ৰ সিঙে অলপ উৎকণ্ঠাৰে সুধিলে 'আপোনাৰ জীৱন কাহিনী অলপ কবলাই ক'বনে?"

মানুহে সাধাৰণতে নিজৰ দুখ-শোকৰ কথাবিলাক আনক ক'বলৈ পালে কিছু সকাহ পায়। কিন্তু ক'ব কাক? চিট্টাৰৰ এনে কোনো শুভাকাংক্ষী বা খোলা ভাবে নিজৰ কথা ক'বলৈ কোনোৱেই যে নাই। কিন্তু আজি হঠাৎ বীৰেন্দ্ৰ সিঙক নিৰিবিলি পৰিবেশত লগ পাই তেওঁৰ ভাব ভাবাৰ পৰা যেন চিট্টাৰে বুজিব পাৰিলে বীৰেন্দ্ৰ সিং এজন সংবেদনশীল মন আৰু সহানুভূতিশীল অন্তৰৰ লোক। আৰু তেওঁৰ সকলো দুখ-দুৰ্দ্দশা লাঞ্ছনা-গঞ্জনাৰ মনত সোমাই থকা কথা সিঙৰ আগত উবুৰিয়াই দি তেওঁ যেন বুকুৰ বেদনা অকণমান লাঘৱ কৰিব। কিন্তু তেওঁ নোৱাৰিলে, তেওঁ নোৱাৰিলে। স্ত্ৰীসুলভ সংকোচে তেওঁক বাধা দিলে আৰু তেওঁ নিমাত হৈ ব'ল।

"কি হ'ল চিট্টাৰ, আপুনি যে নিমাতে ব'ল? মোক আপোনাৰ অভিজ্ঞতাৰ কথাবিলাক ক'বলৈ সংকোচ কৰিছে নেকি? চাওঁক, মই এতিয়া ডেকা নহয়। এতিয়া মই আদহীয়া ব'সত উৰলি যোৱা জীৱন এটা লৈ কোনো ৰকমে জীয়াই আছো। আপোনাৰ দুখ-দুৰ্দ্দশাৰ কথা শুনিলে মোৰ ব্যথা-বেদনাৰে পৰিপূৰ্ণ অন্তৰত কিয়ানি অকণমান সান্ত্বনা পাওঁ সেই কাৰণেই আপোনাৰ জীৱন কাহিনী শুনিবলৈ ব্যগ্ৰ হৈ পৰিছো"

"আপুনি এজন সুস্থ সবল স্বাস্থ্যৰ অধিকাৰী, বিত্তবান আৰু কৰ্ম্মদক্ষলোক। আপোনাৰ নিচিনা মানুহৰ বিষাদ বেদনা কি থাকিব পাৰে?"

"দূৰৰ পৰ্বত সদায় ধুনীয়া দেখি চিট্টাৰ" বুলি কৈ তেওঁ চিট্টাৰৰ পৰা দৃষ্টি আঁতৰাই অন্যফালে চাই ব'ল।

"যদি সঁচাকৈয়ে আপোনাৰ জীৱনত কিবা কাৰণত কিবা দুৰ্দ্দশা আহিছে তাৰ অকণমান আভাস মোকো দিবনে সিং?"

"নিশ্চয় দিম চিট্টাৰ। আজি ইমান দিনৰ মূৰত মোৰ

জীৱনত ঘটি যোৱা ঘটনাবোৰ শুনিবলৈ আগবাঢ়ি অহা আপুনিয়ে প্ৰথম ব্যক্তি। ক'ম নিশ্চয় ক'ম। আপোনাক নিশ্চয় ক'ম।"

"মযো আপোনাক মোৰ জীৱনৰ দুখ-দুৰ্দশাৰ সকলো কথাকে ক'ম। কিন্তু মোৰ জীৱন কাহিনীৰ সকলো শুনিলে আপুনি কি-জানি মোক ঘৃণা কৰিব।"

"সেইদৰে নকৰ চিষ্টাৰ, আমাৰ শাস্ত্ৰই পাপক্হে ঘিণ কৰিবলৈ কৈছে— পাপীক নহয়।" এইবাৰ চিষ্টাৰে ক'লে— "মোৰ জীৱন কাহিনী অলপ দীঘলীয়া হ'ব। মই অলপ আগতে অকণমান সময় পাই দুপৰীয়া আহাৰ কৰি গ'লো, কিন্তু আপুনি এতিয়াও খোৱা বোৱা কৰা নাই।"

—"আপুনি মোৰ কাৰণে চিন্তা কৰিব নালাগে। মই সকলো কাম বন শেষ কৰি দিনৰ তিনি চাৰি বজাতহে কটি আদি খাই জিৰণি লওঁ। আজি অলপ আগতে ইয়াৰ কেণ্টিনতে মযো অলপ কিবা খাই লৈছো।"

এইবাৰ চিষ্টাৰে কওঁ নকওঁকৈ আৰম্ভ কৰিলে— "আপুনি জানেই যোধকৰো এসময়ত পূৰ্ব পাকিস্থান বৰ্ত্তমান বাংলাদেশৰ জনসাধাৰণে পাকিস্থানৰ চৰকাৰৰ বিৰুদ্ধে এটা আলোড়নৰ সৃষ্টি কৰিছিল। সেই আলোড়ন দমন কৰিবলৈ পাকিস্থানী সৈন্যই পূৰ্ব পাকিস্থানৰ মানুহক বিশেষকৈ বঙালী হিন্দু মুছলমান সকলোৰে ওপৰত অবৰ্ণনীয় অত্যাচাৰ আৰম্ভ কৰিলে আৰু সেই অত্যাচাৰ আটাইতকৈ বেছি হৈছিল তিৰোতাসকলৰ ওপৰত। এখন ছোৱালী কলেজৰ ছাত্ৰীবাসৰ পৰাই এশজনীতকৈ বেছি গাভৰু ছোৱালী পাকি-স্থানী সৈন্যই একেদিনাই ধৰি লৈ গৈছিল। মই তেতিয়া নাৰ্চিং পাঁচ আছিলো। আমি কেইজনীমান পাকিস্থানী সৈন্যৰ ভয়ত পলাই ভাৰতবৰ্ষৰ আসাম দেশলৈ বুলি হাবি জংঘলৰ মাজেদি গৈ আছিলো। কিন্তু হঠাতে কোনোবা কালৰ পৰা আহি পাকিস্থানী সৈন্যই আমাক-

আঙুবি ধবিলে। আমাব সাতজনীক জোব জুলম কবি টানি নি সিহঁতব ট্ৰাকত উঠাই ললে আৰু হাবিব মাজব সিহঁতব কেম্পলৈ নি এটা সৰু তম্বুত আমাব আটাইকেইজনীক একেলগে সুমুৱাই বন্দী কবি বাখিলে।"

এইবাৰ বীৰেন্দ্ৰই খুব ঔৎসুক্যবে সুধিলে— "আপোনা-লোকক সিহঁতে কিবা অত্যাচাব কবিলে নেকি ?"

"অত্যাচাব ! অত্যাচাবতকৈ আৰু কিবা তীব্ৰ শব্দ আছে যদি তাক প্ৰয়োগ কবিলেও আমাক কৰা অত্যাচাবৰ কথা সম্পূৰ্ণ-ভাবে প্ৰকাশ নেপাব।"

বীৰেন্দ্ৰই সুধিলে— "কেনে ধৰণব অত্যাচাব কৰা হৈছিল যেয়া মাপায় যদি অকণমান ক'বনে ?" —এই কথা শুনি চিন্টাব অকণমান থমকি বৈ ক'লে— "প্ৰথম দিনাব বাতি আঠ ন টামান মতলীয়া সৈনিক আহি তম্বুত সোমাই আমাক আগুবি ধবিলে আৰু বলাৎকাব কবিবলৈ উদ্যত হ'ল। আমি সিহঁতক বাধা দিবলৈ চেষ্টা কবিছিলো। সিহঁতে খণ্ডত বলীযাব দবে আমাক চৰ লাঠি গোব মাবি প্ৰাণব ভয় দেখুৱালে, আমিও ভয়ত উপায় নাপাই সকলো এবি দিলো। তাব পিছদিনা বাতি এজন মিলিটেৰী জমাদাবব সৈতে সম্পূৰ্ণ মাতাল হৈ দহ এঘাবটা মান নতুন সৈনিক আহি আমাব তম্বুত সোমাল। জামাদাবে লগত অহা কেইটাক আমাক মদ খুৱাই দিবলৈ আদেশ দিলে। যেনে আদেশ তেনে কাম। আটাইবিলাকে জোব কবি ধবি মুখত মদ ঢালি পেটলৈ নোযোৱালৈকে হেঁচা মাবি ধবি আছিল। মদ খোৱাব পাছত আমাব চকুবে খোৱা কোৱা দেখিবলৈ ধবিলো। ইয়াব পাছত এটা অট্টহাস্য কবি আমাক নিৰ্দেশ দিলে— "এতিয়া তইঁতে নাচ।" মদ খোৱাব কাবণে তেতিয়া আমাব মাত কথা অসংলগ্ন হৈ পবিছিল। তেনে অৱস্থাবেই আমি কিবা প্ৰকাবে 'নাচিব নাজানো' বুলি ক'লো।

কোৱা মাত্ৰকেই উগ্ৰমূৰ্ত্তি ধৰি ককালৰ চামৰাৰ বেল্ট ডালকে খুলি আমাৰ আটাই কেইজনীকে চাটৌপ চাটৌপ কৈ কোবাই পিঠিৰ তেজ উলিয়াই দিলে। আৰু এজনীৰ কাপোৰ টানি বিবস্ত্ৰও কৰিলে। গতি বিষম দেখি খৰকাচুটি হেকৰাই ভয়ত নাচৰ নামত বিভৎস অঙ্গীভঙ্গিৰে আমি লম্ফ জম্ফ কৰিবলৈ বাধ্য হলো, এইদৰেই সেই গোটেই ৰাতিটো কেনেকৈ পাৰহৈ গ'ল, সেই বিষয়ে আৰু বোধকৰো বৰ্ণনা দিয়াটো নিষ্প্ৰয়োজন। মই বহুত দিনৰ আগতে "Black Record of Japan" নামৰ এখন কিতাপ পঢ়িছিলো। সেই কিতাপত চীন জাপানৰ যুদ্ধত জাপানী সৈন্যই আহি চীন দেশৰ এখন হস্পিতালৰ পৰা কৰ্মৰত অৱস্থাত থকা সোতৰজনী নাৰ্চক ধৰি নি কৰা অত্যাচাৰৰ কাহিনীৰ যি বৰ্ণনা আছে সেই বৰ্ণনা তেতিয়া মই অলপ অতিৰঞ্জিত বুলিয়েই ভাবিছিলো; কিন্তু মানুহ হৈয়ো সেই নৰপাষণ্ড বিলাকে অমানুহৰ দৰে পশুতকৈয়ো অধম যি আমাৰ ওপৰত অত্যাচাৰ চলাই আমাৰ মান ইজ্জত সকলো যেনেদৰে নাশ কৰিলে সেই অত্যাচাৰ জাপানী সৈন্যই চীন দেশত কৰা অত্যাচাৰতকৈ শতগুনে অধিক। আজি নিজ চকুৰে নেদেখিলে সেই পাশৱিক অত্যাচাৰৰ কথা কোনেও বিশ্বাস কৰিব নোৱাৰিব। ইয়াৰ পিছৰ কেইদিনত সিহঁতৰ হাতত আমাৰ কি হৈছিল আৰু মোৰ মুস্থিৰ মিঃ সিং" বুলি কওঁতে চিন্টাৰৰ মাত যেন খোকাথুকি হৈ পৰিল আৰু তেওঁ মাতিব নোৱাৰা হ'ল।

চিন্টাৰৰ মুখত নাৰীৰ ওপৰত কৰা পাকিস্থানী সেনাৰ বৰ্বৰতাৰ কথাগুনি ৰাজপুত বংশৰ বীৰেন্দ্ৰ প্ৰতাপৰ প্ৰতিশোধ ল'বৰ বাবে তপ্তৰুধিৰ যেন উঠলি উঠিল। তেওঁৰ গাটো কপিবলৈ ধৰিলে। মুখ খনিও অস্বাভাৱিক ৰূপে ৰঙা পৰি উঠিল। তেওঁৰ দুইচকুৰ পৰা ফিৰিঙতিহে যেন ওলাবলৈ ধৰিছে। তেওঁৰ চেঁহেৰাৰ এই আকস্মিক পৰিবৰ্ত্তন চিন্টাৰৰ চকুত নপৰাকৈ নাথাকিল। তেওঁৰ

মনটো অকণমান সহজ কৰিবৰ কাৰণে চিট্টাৰে ক'লে—

"মোৰ কথা শুনি আপুনি খুউব উত্তেজিত হৈছে নহয়নে? ইয়াৰ বাবে মই বৰ দুঃখিত।" চিট্টাৰৰ কথা শুনি বীৰেন্দ্ৰ সিং কিছু শান্ত হৈ পৰিল অকণমান অনুশোচনা কৰাৰ দৰে ক'লে—"ক্ষমা কৰিব চিট্টাৰ, সকলো সহ্য কৰিব পাৰিলেও আমি ৰাজপুত সকলে নাৰীৰ ওপৰত কৰা পাশৱিক অত্যাচাৰ সহ্য কৰিব নোৱাৰো, কেতিয়াও নোৱাৰো।"

—"কিন্তু এবাৰ ভাবি চাওঁকচোন সিং আমাৰ দেশৰ বিভিন্ন প্ৰান্তৰ প্ৰায়ে ঘটি থকা শত শত জীৱৰী-বোৱাৰীৰ চৰম লাঞ্ছনা আৰু বিষাদ বেদনাৰ কাহিনী কোনেও নজনাকৈ বা নুশুনাকৈ লুপ্ত হৈ যায়। হয়তো অৱে দুই এটা কথা সংবাদ পত্ৰত কেতিয়াবা প্ৰকাশ পায় ইমানেই। এইবিলাক কাহিনী কেৱল কৰুণ আৰু বেদনাদায়কেই নহয়, ক্ষমা কৰিব, ই পুৰুষৰ চৰম পাশৱিকতাৰ নিদৰ্শন। কি কৰিব। সেই হতভাগিনীসকলৰ দৰে ভাগ্যকে থিযাই বহি নাথাকি আমিনো কাৰ মুখলৈ চাম" বুলি কৈ চিট্টাৰে এটা হুমুনিয়াহ পেলালে আৰু চিট্টাৰ নিমাতে ৰ'ল। চিট্টাৰৰ বেদনাসিক্ত অন্তৰৰ পৰা উজাৰি অহা বিষাদৰ কথা শুনি বীৰেন্দ্ৰ অলপ চিন্তিত হ'ল আৰু ক্ষন্তেক ৰৈ আকৌ সুধিলে—"বাৰু এতিয়া কওকচোন সেই দুৰ্বৃত্তইতৰ পৰা আপোনালোক কেনেকৈ পলাই সাৰিব পাৰিলে?"

"আমি পলাই অহা নাই। সিহঁতেহে আমাক পঠিয়াই দিলে। অলপ আঁচৰিত যেন হৈ সিঙে সুধিলে,—"সিহঁতে পঠিয়াই দিলে?"

'হয়। ছয়দিন ছয়ৰাতি আমি একেৰত্ৰেই দিন কটোৱাৰ পাছত এদিন খুউব পুৱাতে আহি সেই দুৰ্দান্ত জমাদাৰ জনে আমি থকা ঘৰটোৰ বাহিৰৰ পৰাই সাৱিত্ৰী বুলি মাত লগালে। ইয়াৰ দুঘন্টামানৰ আগতেহে মাত্ৰ আমাক গোটেই ৰাতি অত্যাচাৰ উৎপীড়ন কৰি কেইটামান সৈনিক আঁতৰি গৈছিল, তাৰে এটাই

সেই ব্যক্তি সাবিত্ৰীৰ বুকুত বেয়াকৈ আঘাতো কৰিছিল আৰু তাই ধহুত কষ্টেৰে পৰি আছিল, সেই পুৰাতেই হঠাৎ জামাদাৰে তাইৰ নাম ধৰি মতা শুনি অধিক বিপদৰ আশংকাত তাই থৰথৰকৈ কঁপিবলৈ ধৰিলে আৰু উঠি জামাদাৰৰ ওচৰলৈ যাবলৈ সাহস আৰু শক্তিও নাইকিয়া হ'ল। যি হ'ব, হ'ব বুলি মইয়েই জামাদাৰৰ ওচৰলৈ ওলাই গ'লো। জামাদাৰ জনৰ মুখৰ মাত আৰু চেহেৰা দেখি সেইজনেই যে মহা অত্যাচাৰী দুৰ্দান্ত জামাদাৰ যেন লাগিল। তেওঁ অলপ আদৰ কৰাৰ দৰেই কলে— "তোমালোকে এইকেইদিন খব কষ্ট কৰিলা। এতিয়া তোমালোক ইয়াৰ পৰা যাবলৈ সাজু হোৱা। আধাঘণ্টাৰ ভিতৰত গাড়ী আহিব তোমালোকক নিবলৈ। যেলি কৰিলে তোমালোকৰ বিপদ হ'ব পাৰে।" এইবুলি কৈয়েই জমাদাৰ আঁতৰি গ'ল। আমি আটাই কেইজনীয়েই আচৰিত হ'লো। আমি সাজু হ'বলৈ একোৱেই নাই। মাত্ৰ অৰ্ধনগ্ন হৈ থকা অৱস্থাৰ পৰা আমাৰ একমাত্ৰ বস্ত্ৰ শাৰীখন লজ্জা নিবাৰণৰ কাৰণে আমি অলপ ভালকৈ গাত মেৰিয়াই ল'লো। ইয়াৰ অলপ পিছতেই এখন ডাঙৰ ট্ৰাকত তিনি চাৰিজন সৈনিকৰ সৈতে জমাদাৰ জন পুনৰ আমাৰ ওচৰলৈ আহিল। লগত লৈ অহা একোটা খোৱা বস্তুৰ পেকেট আমাৰ প্ৰত্যেকজনীৰ হাতত দিলে আৰু লগতে অলপ অলপ টকা দি কলে— "এই গাড়ীতে তোমালোক উঠা, ভ্ৰাই-ভাৰে তোমালোকক এডোখৰ নিৰাপদ ঠাইত থৈ আহিবগৈ।"

মিলিটেৰী ট্ৰাক বিলাক বৰ ওখ। মাইকী মানুহ তাত জপিয়াই উঠিব পৰাতো সহজ নহয়, আৰু তেনেকৈ উঠিবলৈ আমাৰ এজনীৰ গাতো বল শক্তি নাছিল। তথাপি আমি আটাইকেইজনী ট্ৰাকৰ ওচৰ পালোগৈ। তেনেকুৱা এখন মিলিটেৰী ট্ৰাকতে আমাক ধৰি আনোতে টানি চোঁচৰাই গাড়ীত তুলিছিল। আজি কিন্তু সেই জমাদাৰৰ নিৰ্দেশতে লগত অহা সৈনিক কেইটাই আলফুলকৈ

দাঙি আমাক ট্ৰাকত উঠাই দিলে। ট্ৰাক চলিল, জমাদাৰজনে বন্দুক বিদায় দিয়াৰ দৰে ওপৰলৈ হাত দাঙি আমাকো বিদায় দিছিল যদিও আমাৰ একজনীয়েও হাত দাঙি বিদায় লব নোৱাৰিলো।

ট্ৰাক খনত উঠি আছি থাকোতে আমাৰ আটাই-বিলাকৰ মনত এটা আশংকা হৈছিল – এতিয়াবা আমাক নি আকৌ কাৰ হাতত গটাই দিয়েগৈ। সাবিত্ৰীয়ে বুকুৰ আঁচল অলপ আঁতৰাই তাইক কৰা নৃশংস অত্যাচাৰত ক্ষত বিক্ষত হোৱা অংশটো আমাক দেখুৱাই ক'লে – "যদি পুনৰ আমাৰ একে অৱস্থা কৰে, মই পানীত পৰি আত্মহত্যা কৰিম। জীয়াই থাকিবলৈ আৰু মোৰ ইচ্ছা নাই। তোমালোকে আৰু মোক বাধা নিদিবা।" তাইৰ হিয়া ভাগি যোৱা কথা শুনি আমাৰ আটাইকেইজনীৰে চকু পানী ওলাল। মই সান্ত্বনা দি ক'লো— 'তুমি চিন্তা নকৰি-বাছোন, ওপৰত আল্লা আছে নহয়।" এইদৰে আটৈ ঘন্টামান গৈ থকাৰ পাছত এখন আহল বহল খানখি পথাৰৰ মাজত হঠাতে ট্ৰাকখন ৰ'ল। ড্ৰাইভাৰৰ লগত যোৱা সৈনিকজনে ক'লে— "এতিয়া তোমালোক নামা।"

আমি ল'ৰাসৰিকৈ নামিবলৈ চেষ্টা কৰিলো আৰু সেই সৈনিক আৰু ড্ৰাইভাৰজনে আমাক নমাত সহায় কৰি দিলে। আমি মনত অকণমান সাহ পাই সৈনিকজনক সুধিলো,—

'আমাক ক'ত নমাই দিলেছি "

সৈনিকজনে উত্তৰ দিলে, – "মই এইবোৰ ঠাই চিনি নাপাওঁ। আগতে অহাও নাই। জমাদাৰৰ নিৰ্দেশত এই মুকলি ঠাই ডোখৰতে এৰি দিছো। তেখেতে কৈছিল – "মানুহ-দুনুহ নথকা এডোখৰ ঠাইত তোমালোকক এৰি থৈ বাবটা বজাৰ আগতে আমি ঘুৰি গৈ ঠিক সময়ত কেম্প পাবই লাগিব নহলে বিপদ হ'ব। তোমালোকে নাজানা আজি আমাৰ অফিচাৰ কমাণ্ডিং এই কেম্প পৰিদৰ্শন

কৰিবলৈ আহিব বুলি কালি ৰাতি খবৰ আহিল। সেনা বাহিনীৰ নিয়ম যে কঠোৰ আৰু শাস্তিও অতি কঠোৰ। তেখেতে আহি তোমালোকক এনেকৈ বন্দী কৰি ৰখা দেখিলে জমাদাৰক কঠোৰ শাস্তি বিহিব, মৃত্যু দণ্ডও দিব পাৰে। সেই কাৰণে ৰাতিপুৱাতে তেওঁ ভয়তে তাৰ পৰা পঠিয়াই দিছে। এতিয়া এইয়া লোৱা।" এইবুলি কৈ দুটা ডেটলৰ বটল আৰু গাৰ আঘাতত লগোৱা কিবা দুটামান দৰৱ আমাৰ হাতত দি ট্ৰাকখন ওভতাই লৈ গুচি গ'ল।

আমাক য'ত নমাই দিছিল সেই ঠাইডোখৰৰ পৰা চকুৰে চুকি পোৱালৈকে মানুহৰ ঘৰ দুৱাৰ আমি দেখা পোৱা নাছিলো। কিন্তু আমাক নমাই দিয়া ৰাস্তাটোৰ একাষে এখন সৰু নৈ বৈ গৈছিল। আমি পানী দেখিয়েই নদীখনৰ ওচৰলৈ গৈ চকু মুখ ধুই ল'লো। সাবিত্ৰীক আমাৰ এজনীয়ে সাৱটি বহুৱাই ধৰিলে আৰু মই ডেটলৰ বটল খুলি তাইৰ বুকুৰ ক্ষত অংশত ডেটল পানীৰে ধুই অলপ দৰৱ লগাই দিলো, মোৰ শাৰীখনৰ আগ এটা নৈৰ পানীত তিয়াই আনি সাবিত্ৰীৰ বুকুত লাগি থকা তেজখিনি মোহাৰি চাফা কৰি দিলো। সাবিত্ৰীয়ে যেন অলপ শান্তি পালে। তাইৰ ইচ্ছামতে বাটৰ কাষৰ বননিতে অকণমান শুৱাই দিলো। আমি আটাইকেইজনীয়ে খোৱা বস্তুৰ পেকেট উলিয়াই অলপ অলপ খালো। পেকেটৰ খোৱা বস্তুখিনি খাবলৈ ভাল আছিল আৰু আমাৰ গোটেইখিনি খাবলৈ মন গৈছিল কিন্তু গোটেই দিনটোত খাবলৈ ক'তো নাপাওঁ বুলি ভাবে অলপ অলপ আটাইকেইজনীয়ে সাঁচি থলো। ইয়াৰ পিছত বহুত দূৰলৈকে কাকো ক'তো নেদেখি আমি অনিশ্চিত ভাৱেৰে লাহে লাহে সেই ৰাস্তাৰে আগুৱাই গ'লো, তেতিয়া আমাৰ শৰীৰত খোজ কাঢ়িবৰ যোগ্যতা বল শক্তি নাছিল যদিও মিলিটেৰী কেম্পৰ বিভীষিকাৰ পৰা ওলাই, আহি মুকলি আকাশ, মুকলি বতাহত, মুকলি ঠাইত মুকলি মনেৰে

ভগাৰলৈ পাই শৰীৰত যেন কিছু বল পালো। আমি আগবাঢ়িলো, এনেকুৱাতে এখন চাইকেলত উঠি এজন মানুহ অহা দেখিলো। কিন্তু আমাৰ ওচৰ পোৱাৰ অলপ আগতেই ৰাস্তাৰ পৰা নামি নৈ খন পাৰ হৈ যাবৰ কাৰণে জোতাযোৰ খোলা যেন দেখিলো। আমি আটাইকেইজনীয়ে তেওঁ শুনি যায়গৈ বুলি চিঞৰি চিঞৰি মাতিলো আৰু আমি হাতেৰেও ইংগিত দিলো। মানুহজনে আমাৰ মাত শুনি ৰাস্তাৰ ওপৰতে থিয়দি ৰ'ল আৰু আমি গৈ তেওঁৰ লগত কথা হৈ জানিব পাৰিলো তেওঁ স্থানীয় এখন স্কুলৰ শিক্ষক। আমি পাকিস্থানী সৈনিকৰ ভয়ত পলাই অহাৰ কথা তেওঁক ক'লো। মানুহজনে ওচৰৰে গাওঁখনলৈ আঙুলিয়াই আমাক ক'লে - সেইযে ৰিণিকি ৰিণিকি এটা ওখ টিনৰ ঘৰ দেখিছা সেইটো কালী মন্দিৰ আৰু ভালকৈ চালে দেখিবা সেই কালী মন্দিৰৰ নিচেই কাষতে আৰু গছজোপাৰ মাজেৰে ওলাই থকা ঘৰটোৱেই আমাৰ মছজিদ। মই ডাক্তৰৰ ওচৰলৈ দৰব আনিবলৈ গৈছিলো। আমি অচিনাকি মানুহ কেইজনীক তেওঁ চিনাকি মানুহৰ দৰে সহজ ভাৱে কথা পতাত মানুহজন যে গাৱঁৰ এজন সৰল মানুহ বুজিব পাৰিলো। তেওঁৰ সৰলতাৰ বাবেই তেওঁৰ ঘৰতনো কি হৈছে জানিবলৈ আমি কৰা প্ৰশ্নৰ উত্তৰত তেওঁ ক'লে পাকিস্থানী সৈন্যই কুষ্টিয়াত থকা তেওঁৰ পুতেকৰ ঘৰত সোমাই পুতেকক বৰ বেয়াকৈ মাৰ ধৰ কৰি ঘুণীয়া কৰি গ'ল। ভাগ্য ভাল আছিল বোৱাৰীয়েক মাকৰ ঘৰত আছিল গৈ নহলে আৰু কি অঘটন ঘটিলহেঁতেন ঠিক নাই। এতিয়া সেই পুতেকক ঘৰলৈ আনি চিকিৎসা কৰাইছে। স্বাভাৱিকতেই পাকিস্থানী সৈন্যৰ নামে আমাৰ কেইজনীৰে অন্তৰাত্মা কপাই তুলিলে। তেওঁ আমাৰ অৱস্থা দেখি নিৰ্ভয় দি সেই ঠাইত তেনে অত্যাচাৰৰ ভয় নাই বুলি ক'লে। তেওঁৰ পৰা নিৰ্ভয় পাই আমি তেওঁক আমাক ৰাখিবলৈ এটুকুৰা ঠাই কৰবাত ঠিক কৰি দিব পাৰিবনেকি বুলি

সুধিলো। সদাশয় মানুহজনে ক'লে তেওঁৰ ঘৰত তাত মুঠিৰ একো অসুবিধা নাই কিন্তু সৰু ঘৰটোত আমাৰ আটাইকেইজনীকে ৰাখিবলৈ অলপ অসুবিধা হ'ব। কিন্তু তাৰ জমিদাৰ চক্ৰবৰ্ত্তী চাহাবৰ ঘৰত আমি থাকিবলৈ সুবিধা পাব পাৰো বুলি জমিদাৰৰ ঘৰলৈ যোৱা বাটটো ভাল দৰে বুজাই দিলে। আমি জমিদাৰৰ ঘৰলৈ যাবলৈ অলপ ইতঃস্ততঃ কৰাত তেখেতে পুনৰ আমাক আশ্বাস দি ক'লে যে জমিদাৰ এজন বিশাল ব্যক্তিত্বৰ অধি উচ্চ খাপৰ জ্ঞানী পুৰুষ। আৰু জমিদাৰণী আই সৰাকীও এগৰাকী ধৰ্ম প্ৰাণা দেৱীতুল্যা সৰ্ববৰহী মহিলা। তেখেত সকলক সমীহ কৰি চলিলেও সকলোৱেই অন্তৰৰ পৰাই খুব ভাল পায়। সেয়ে তেওঁ-লোকে আমাৰ দুৰ্যোগৰ কথা শুনিলে নিশ্চয় সহায় কৰিব। এই বুলি আমাক পৰামৰ্শ দি মাষ্টৰে তৰিৰ জোতা খুলি নৈ খন পাৰ হ'বলৈ সাজু হল। আমি তেওঁ খোজ কাটি নৈখন পাৰ হ'বলৈ আগবঢ়াত আচৰিত হৈ প্ৰশ্ন কৰাত তেখেতে হাঁহি মাৰি আমাক জনালে যে প্ৰকৃততে সেইখন নৈ নহয় পথাৰহে। কেইবাদিনো নেৰানেপেৰাকৈ দিয়া বৰষুণেহে পথাৰখনক নৈৰ ৰূপ দিছে। তাৰ পাছত তেওঁ সেই পানীৰ মাজেৰে চাইকেলখন দাঙি লৈ ঘৰলৈ বুলি আগবাঢ়িল।

মাষ্টৰৰ পৰামৰ্শই আমাৰ মনলৈ অলপ আশা কঢ়িয়াই আনিলেও পাৰ হৈ যোৱা দিনবোৰৰ যান্ত্ৰনাই ক্ষত-বিক্ষত কৰা দেহ মনেৰে আৰু শৰীৰৰ আয়ুৰ বহু কষ্টেৰে ৰক্ষা কৰা ফটা-চিটা কাপোৰেৰে আমাৰ জমিদাৰৰ দৰে অচিনাকি আচাৰৰ অভিজাত পৰিয়াল এটিৰ ওচৰলৈ যাবলৈ সাহে নুকুলালে।

এইখিনিলৈকে অতি মনোযোগেৰে মৌন হৈ চিন্টাৰৰ কথা শুনি থকা বীৰেন্দ্ৰ সিংহে হাতৰ গিলাচটো নিশব্দে মজিয়াত থৈ উদগ্ৰীব হৈ সুধিলে —

"চিঠাৰ তাৰ পিছত !"

চিঠাৰে আকৌ আৰম্ভ কৰিলে :

"তাৰ পিছত আমি উপায়ন্তৰ হৈ এক নিৰাপদ আশ্ৰয়ৰ আশাত মনত সাহ বান্ধি জমিদাৰৰ ঘৰলৈ যোৱাটোকে স্থিৰ কৰিলো। আমাৰ কেইজনীৰ হাতত থকা সামান্য টকাকেইটাৰেই বাটৰ কাষতে পোৱা কাপোৰৰ দোকানৰ পৰা নতুন শাৰী কিনি সলাই লৈ যোৱাটোকে উচিত বিবেচনা কৰিলো।

সেইমতেই দোকানখনৰ পৰা আমি স্থানীয় ভাবে বোৱা একেবাৰে কমদামী শাৰী একোখন লৈ দোকানৰ বুঢ়া মালিকৰ অনুগ্ৰহত ভিতৰফালৰ কোঠা এটাতে সলাই লৈ জমিদাৰৰ ঘৰলৈ আগবাঢ়িলো। নতুন শাৰীকেইখন পিন্ধি আমাৰ মনটো বহুত ভাল লাগিল। শৰীৰ মনৰ ওপৰত পৰা বিগত দিনবোৰৰ ক্লেদ কালিমা বহুখিনি যেন খহি খহি পৰিল। অৱসাদ গ্ৰস্ত দেহাটোত অকণমান বল পোৱা যেন লাগিল। দেখুৱাই দিয়া বাটেৰেই গৈ এটা ওখ ওখ শেলুৰৈয়ে ধৰা পকাৰ বেৰেৰে আবৃত প্ৰকাণ্ড চৌহদৰ মাজত দূৰৈৰ পৰাই জিলিকি থকা প্ৰাসাদোপম গহীন ভাৱৰ দুমহলীয়া ঘৰ দেখিয়েই সেইটো যে এটা সম্ভ্ৰান্ত অভিজাত পৰিয়ালৰ ঘৰ বুজিবলৈ অসুবিধা নহল। যিমানেই ওচৰ চাপি গ'লো আমাৰ বুকু কেইখন দুক দুক কপিবলৈ ধৰিলে। এনে এক অভিজাত পৰিয়ালৰ ব্যক্তিত্ব সম্পন্ন লোকৰ লগত আমাৰ দৰে নিঃস্ব মানুহ কেইজনী কেনেকৈ সন্মুখীন হ'ম বুলি মনে মনে বৰ ভয় খালো। চৌহদৰ ওখ লোহাৰ গেটৰ সন্মুখ পাওঁতেই বন্দুকধাৰী প্ৰহৰীয়ে বাধা দি কৰা কটুৰা প্ৰশ্নকেইটাই আমাক আৰু বিব্ৰত কৰিলে। নিজকে পৃথিৱীৰ নগণ্যতম প্ৰাণী যেন লাগিল, অৱশিষ্ট আত্মবিশ্বাস খিনিয়েও মেলানি মাগিলে।

"অসম আৰু বংগৰ কালে কাম কৰিবলৈ যাওঁতে মই কিছু

পূৰ্বৰ জমিদাৰ পৰিয়ালৰ বহুতো অপবাদ শুনিছিলো। স্থানীয় মানুহৰ মুখে মুখে বহুতো অভিশপ্ত পৰিয়ালৰ অলিখিত বুৰঞ্জীও শুনিছিলো, সেয়ে চিন্তাৰ ভাবিছো জমিদাৰৰ ঘৰ এখনলৈ যাবলৈ আপোনালোকে যাক কেনেকৈ সাহস কৰিলে ? বিশেষকৈ দুদিন আগতে যি মাৰকীয় ঘটনাই আপোনালোকক ত্ৰাসতে দিন ৰাতি কটাবলৈ বাধ্য কৰিছিল।”

বীৰেন্দ্ৰ সিঙৰ প্ৰশ্নৰ উত্তৰত চিন্টাৰে আকৌ আৰম্ভ কৰিলে—

“আপুনি অতি স্বাভাৱিক প্ৰশ্নই কৰিছে, মই পূৰ্বেই কৈছো আমি প্ৰথম অৱস্থাত কিছু সংকোচেই কৰিছিলো কিন্তু মাষ্টৰজনৰ অন্তৰ্যামীয়ে আমাক খিখিনি সাহস যোগালে আৰু বিশেষকৈ সৰ্বসাধাৰণৰ মাজত থাকি পুনৰ সৈন্যৰ হাতত নিৰ্যাতিতা হোৱাৰ ভয়ৰ তুলনাত জমিদাৰৰ দৰে পৰিয়ালৰ আশ্ৰয়ত কিছু নিৰাপত্তাৰ আমি আশা দেখিছিলো। গতিকে দুটা বেয়া পৰিস্থিতিৰ ভিতৰত সৈন্যৰ অমানৱীয় ব্যৱহাৰতকৈ জমিদাৰৰ ওচৰত শৰণাপন্ন হোৱাটোৱেই উচিত হব বুলি আমাৰ বিবুদ্ধি হোৱা মনত কিহে জানো সকিয়াই দিছিল।

প্ৰহৰীজনৰ কথাত আমি কেউজনীয়ে বিমোৰ হৈ চৌহদৰ ভিতৰলৈ চাই ব'লো। ভিতৰৰ সুন্দৰকৈ শাৰী শাৰী ফুলৰ গছৰে সজোৱা ফুলনি আৰু চিকুণ বাহনিৰ পৰিচৰ্য্যা কৰি ব্যস্ত হৈ থকা কেইবাজনো মানুহ দেখিলো। জমিদাৰৰ হাউলিটোৰ সন্মুখত থকা সচৰাচৰ গাড়ী আদিৰ পৰা মানুহ নামিবলৈ যিখিনি ঠাই নিৰ্দিষ্ট কৰা আছে সেইখিনিলৈ এজন ওখ-পাখ গাম্ভীৰ্য্য পূৰ্ণ চেহেৰাৰ পুৰুষ আৰু জেখেতৰ কাষে কাষে এগৰাকী দেখিলে ভাল সম্ভ্ৰান্ত যেন লগা মহিলা ঘৰৰ ভিতৰৰ পৰা ওলাই আহি ফুলনিৰ কামত ব্যস্ত হৈ থকা মানুহবোৰৰ কাম কাজৰ নিৰ্দেশ দিবলৈ ধৰিলে। এইদৰে তেওঁলোকে কেউপিনে

চকু দুৰ্বাওঁতেই সম্ভৱ আমাক দেখা পালে আৰু হাতৰ ধাৰেৰে গেটত থকা দাৰোৱানক ওচৰলৈ মাতিলে। আমি অস্থিৰ অন্তৰেৰে অপেক্ষা কৰাৰ বাহিৰে আৰু উপাই নাছিল। দাৰোৱানজন ওচৰ পোৱাত তেখেতসকলে কি কথা পাতিলে আমি নাজানো কিন্তু এইটো মুহূৰ্ত্তই আমি খোদাৰ নামেৰে যে কটাইছিলো সেয়া আজিও মনত পৰে। আমাৰ নিচিনা অসহায় নিৰাশ্ৰয়া মানুহ কেইজনীৰ কৰুণ কাকুতি শুনি খোদা মেহেৰবান হ'ল। দাৰোৱান জন ঘূৰি আহি আমাক ভিতৰলৈ যাবলৈ অনুমতি দিলে। আমি গৈ তেখেত সকলৰ সন্মুখত হাত জোৰ কৰি থিয় হ'লোগৈ। গেটৰ পৰা ভিতৰলৈ যাবৰ সময়তেই দাৰোৱানজনে আমাক জমিদাৰ দেউতা আৰু মাৰ লগত সম্ভ্ৰমেৰে কথা পাতিবলৈ সকিয়াই দিছিল। মানুহৰ আন্তৰিক ঐশ্বৰ্য্যই বোধহয় মুখমণ্ডলৰ মাজেৰে প্ৰকাশ লাভ কৰে। তেওঁলোকৰ সমুখত থিয় হৈ আমাৰ মনত তেনে ভাবেই হৈছিল। প্ৰথমে জমিদাৰণী মায়ে আমি কোন ঠাইৰ মানুহ আৰু আমাৰ তালৈ যোৱাৰ উদ্দেশ্যৰ বিষয়ে সুধিলে। আমি যে দিশহাৰা হৈ নিজৰ প্ৰাণ লৈ এক নিৰাপদ আশ্ৰয়ৰ সন্ধানত তেখেতসকলৰ ওচৰলৈ আহিছো সেয়া জনালো। জমিদাৰণী মায়ে সবিশেষ জানিবলৈ বিচাৰিছিল যদিও প্ৰথম সাক্ষাততে সকলো কথা ক'লে আমাক তেখেত সকলে কি ভাবে লয় সেই চিন্তাতে আৰু লগতে প্ৰায় এসপ্তাহ কাল দেহ মনৰ ওপৰেৰে পাৰ হৈ যোৱা ধুমুহাৰ পিছত অকণমান নিৰাপত্তাৰ আশ্ৰয়ৰ আশা দেখাত দেহ মন অৱসাদে হেচা মাৰি ধৰিছিল, সেয়ে আমি সকলো কথা ভাঙি-পাতি কোৱাৰ প্ৰতিশ্ৰুতি দি আমাক গা পা ধুই জিৰাবলৈ সুবিধা কৰি দিবলৈ অনুৰোধ জনালো। আমাৰ কথা একান্ত মনে শুনি থকা জমিদাৰণীয়ে আমাৰ অনুৰোধ শুনি তেখেতৰ শান্ত চকুযুৰিৰে নাহেকৈ কিছু আঁতৰতে বৈ থকা জমিদাৰৰ কাললৈ

তাই সম্ভৱ সন্মতি বিচাৰিছিলে। সেই মুহূৰ্তৰ আমাৰ উৎকণ্ঠা নিৰসন কৰি জমিদাৰে লাহেকৈ মূৰটো দুপিয়াই সন্মতি জনালে। জমিদাৰণীয়ে লগে লগে হাউলিত কাম কৰা সাবিত্ৰী নামৰ মানুহ এগৰাকীক মাতি আমাক গা-পা ধোৱাৰ ব্যৱস্থা কৰিবলৈ নিৰ্দেশ দিলে। আমি গা-পা ধুই উঠাৰ পিছত কেবাখনো বিচনা থকা ডাঙৰ আলহীৰ কোঠাৰ বিচনাত বহি চুলিবোৰ শুকাবলৈ [illegible] মেলি দিলো। এনেতে আমাক আচৰিত কৰি জমিদাৰণী কোঠা-টোৰ দুৱাৰ মুখত উপস্থিত হ'ল আৰু সাবিত্ৰীক আমাৰ খোৱা মেলাৰ ব্যৱস্থা কৰিবলৈ ক'লে। সেই সময়ত আমাৰ ভোকতকৈ ভাগৰহে বেছি লাগিছিল। কেইবাটাও প্ৰায় বিনিদ্ৰ ৰজনী কটো-ৱাৰ পিছত অকণমান শুবলৈহে মন গৈছিল। দেহাৰ ভাৰটো বহন কৰি থকাই যেন দেহটোৰ বাবে কষ্টকৰ হৈছিল। আমি জমিদাৰণী মাক বিনয়েৰে সেই সময়ত আমাক একো খাবলৈ নিদি বিচনাত শোৱাৰ অনুমতি দিয়াৰ বাবে অনুৰোধ কৰিলো। আমাৰ অৱস্থাটো সম্ভৱ তেখেতে বুজিছিল সেয়ে একোগিলাচকৈ ঘৰতে থকা গৰুৰ গাখীৰ দিবলৈ সাবিত্ৰীক কৈ আমাক জিৰণি লবলৈ দি আঁতৰি গ'ল। জমিদাৰৰ ঘৰৰ গোহালিত প্ৰায় আশীজনী মান দেশী বিদেশী গৰু। গাখীৰ উভৈনদী; সেই গাখীৰ জমিদাৰৰ হস্পিতালৰ ৰুগীক হেনো পুৱা গধুলি বিনামূলীয়াকৈ খাবলৈ দিয়া হয়। আমাক একোগিলাচকৈ গাখীৰ দি সাবিত্ৰীয়ে কথাবোৰ ক'লে।

গাখীৰ খাই উঠি যতনাই দিয়া বিচনাত পৰি কেতিয়া টোপনি গ'লো আমি কোনেও গমকে নাপালো। বিচনা যতনাই থাকোতে সাবিত্ৰীয়ে কৈছিল যে জমিদাৰৰ ঘৰত বাৰ্ষিক ভাবে পদ্মা মনসা পূজাত ইষ্টকুটুম্বৰ বহুত গোট খায় আৰু সাধাৰণতে সেই সময়তেই এই প্ৰকাণ্ড প্ৰকাণ্ড আলহী কোঠা কেইটা আৱশ্যক হয় বাবে সকলো সুবিধাৰে সৈতে কোঠা কেইটা সাজু কৰি থোৱা হয়।

সাবিত্ৰীৰ কথা শুনি শুনি চৌপাশি যোৱাৰ পিচত কিমান সময় লালকাল হৈ পৰি থাকিলো গমেই নাপালো। জমিদাৰৰ চৌহদতে থকা মন্দিৰত সন্ধ্যাৰ আৰতিৰ সৈতে বজোৱা ডৱা-শঙ্খ-ঘন্টাৰ শব্দত আমি সাৰ পালো। আমি বিচনাত উঠি বহা দেখি দুৱাৰমুখতে বহি থকা সাবিত্ৰীয়ে আমাক মুখ-হাত ধুৱলৈ কৈ চাহ জলপান আনি খাবলৈ দিলে। তেতিয়া সন্ধ্যা লাগি আগিছিল। সাধাৰণতে জমিদাৰৰ হাউলিত কাম কৰা কেউজনী তিৰোতা মানুহেই সন্ধ্যাৰ আৰতিৰ সময়ত জমিদাৰণীৰ লগত মন্দিৰলৈ যায়। পূৱা গধূলি স্থায়ী ভাবে নিয়োজিত পুৰোহিত জনেই নৈমিত্তিক পূজা-সেৱা খিনি সম্পন্ন কৰে। খুব পুৱাতে উঠি জমিদাৰ জমিদাৰণী দুয়োমন্দিৰলৈ গৈ সেৱা জনাই আহেগৈ আৰু প্ৰত্যেক সন্ধ্যাই গা-পা ধুই মন্দিৰলৈ যোৱা বিশেষ সাজ পাৰেৰে দেৱীৰ সন্মুখত নিজে বন্তি জলায়গৈ। আমাৰ তত্বাৱধানৰ বাবেই সেইদিনা সাবিত্ৰীক আমাৰ ওচৰত এৰি গৈছিল। আমি চাহ জলপান খাই থকা সময়খিনিত আমাৰ কাষতে মাটিত বহি সাবিত্ৰীয়ে জমিদাৰ জমিদাৰণীৰ প্ৰতি অসীম কৃতজ্ঞতাৰ ভাবেৰে বহু কথাই কৈ গ'ল। জমিদাৰৰ পৰিয়ালৰ সিইতৰ সংসাৰ আৰু ঘৰখনলৈ অৱদান হেনো কৈ শেষ কৰিব নোৱাৰা। আমাৰ ভাব হ'ল জমিদাৰৰ ঘৰখনৰ গুণ গৰিমা গাবলৈ পালে তাইক যেন একো নালাগে। আমাৰ দুই এটা সৰু সুৰা প্ৰশ্নৰ উত্তৰত তাই যি দীঘলীয়া বৃত্তান্ত দাঙি ধৰিলে তাৰ সাৰ-মৰ্ম খিনি ক'বলৈ গলে এখন প্ৰকাণ্ড গ্ৰন্থ হব।" এইখিনি কৈ মেহেৰে বীৰেন্দ্ৰ সিঙক প্ৰশ্ন কৰিলে— ।

"আপুনি জমিদাৰ সকলৰ বিষয়ে বহুতো কথা শুনা বুলি কৈছিল নহয়? এবা, আপুনি কোৱাৰ দৰে চৰিত্ৰহীন শোষক জমিদাৰ যেনেকৈ আছিল, একোটা ঐতিহ্য সম্পন্ন সম্ভ্ৰান্ত পৰিয়ালৰ গুণ থাপৰ মহান ব্যক্তিত্বৰ জমিদাৰ পৰিয়ালো কিন্তু বহুতো আছিল।

আমাক আশ্রয় দিয়া জমিদাৰো এই দ্বিতীয়ভাগ জমিদাৰ পৰিয়ালৰ ভিতৰতহে পৰে।"

চিট্টাৰে কথাখিনি কৈ খন্তেক ৰ'ল। শূন্য দৃষ্টিৰে অলপ সময় দূৰলৈ চাই থাকি কিবা যেন ভাবত বিভোৰ হ'ল। বীৰেন্দ্ৰ সিঙেও কোনো প্ৰশ্ন নকৰি আগ্ৰহ হৈ থকা চিট্টাৰ বাস্তৱলৈ ঘূৰি অহাৰ অপেক্ষা কৰি ৰ'ল। হঠাতে চিট্টাৰে সম্বিত ঘূৰাই পোৱাৰ দৰে গাটো অকণমান লৰচৰ কৰি পোন হৈ বহিল আৰু ব্যস্ত ভাৱে সিঙলৈ চাই ক'লে—

"মই আপোনাক নিজৰ জীৱন কাহিনী ক'বলৈ গৈ আজি দুপৰীয়াৰ সাজো লঘোন হোৱাৰ ব্যৱস্থাহে কৰিছো। আজিলৈ ইমানতে থাওক, পিচে পৰেও আমি কেতিয়াবা সময় সুবিধা হ'লে বাকীখিনি কথা পাতিব পাৰিম।"

বীৰেন্দ্ৰ সিঙে লক্ষ্য কৰিলে কথাখিনি কওঁতে চিট্টাৰৰ মাতটো অলপ কঁপিছিল। অতীতৰ স্মৃতিসমূহে অন্তৰক খুন্দিয়াই যি আঘাট কৰিছিল সেয়া চিট্টাৰৰ সজল চকুযুৰিত অজানিতেই প্ৰকাশ হৈছিল। যদিওবা বীৰেন্দ্ৰ সিঙে তেতিয়া এগৰাকী সন্তান হাৰা মাতৃৰ হৃদয়ৰ হাহাকাঁৰৰ কথা অনুভৱ কৰিবলৈ সুযোগ পোৱা নাছিল, তথাপি নিজৰ বেদনাসিক্ত অতীতৰ অভিজ্ঞতাৰে চিট্টাৰৰ অন্তৰোযে কিবা এক গভীৰ আঘাটেৰে আৰ্দ্ৰ হৈ পৰিছিল সেয়া তেওঁ অনুমান কৰিব পাৰিছিল। সেয়ে দুখন ব্যথাভৰা অন্তৰৰ মাজৰ স্বাভাৱিক অনুকম্পাৰ অনুভৱেৰেই কাহিনীৰ শেষলৈকে জানিবলৈ তেওঁ আগ্ৰহী হৈ পৰিছিল। চিট্টাৰৰ প্ৰশ্নৰ সমিধানত সেয়ে তেওঁ ক'লে—

"চিট্টাৰ আমি কাৰবাৰী মানুহ আমাৰ খোৱা লোৱাৰ সময়ৰ ঠিক নাথাকে। আৰু আপুনি দেখিছেই দিনা, ইটা লোহা, কংক্রিতৰ মাজত আমাৰ দৈনন্দিন জীৱনে মানৱীয় অনুভূতিৰ

কোমলতাবোৰ হেৰুৱাই পেলাবলৈ উপক্ৰম কৰিছে। আমি সেয়ে মানবীয় স্বাভাবিক সম্পৰ্কৰ মধুৰ অনুভৱৰ বাবে প্ৰায়েই অন্তৰবো অন্তৰত প্ৰকৃততে হাহাকাৰ কৰি ফুৰো। ব্যৱসায়িক লেনদেনৰ কাৰ্য্যকৌশল আন্তৰিকতাহীন কঠুৱা সম্পৰ্কবোৰৰ মাজত আমাৰ জীৱনবোৰ কিছুমান লেনদেনৰ সমষ্টি হৈ পৰিছে। সেয়ে হয়তো অতি নিবিড় সম্পৰ্কলৈ অহা এগৰাকী নাৰীক মোৰ জীৱন যাত্ৰাত বেচি দূৰ সহযাত্ৰী কৰিবলৈও সক্ষম নহ'লো। এই কম সময়ৰ ভিতৰতে আপোনাৰ পৰা যি সহানুভূতিশীল ব্যৱহাৰ লাভ কৰিছো সেয়া অন্ততঃ মই কোনো মূল্যৰ বিনিময়তেই হেৰুৱাব নোখোজো। আপোনাৰ জীৱনৰ কাৰুণ্যখিনিৰ এগৰাকী নিৰৱ শ্ৰোতা হৈ যদি মই আপোনাৰ গধুৰ মনটোক সামান্য হ'লেও পাতলাব পাৰো সেয়া মোৰ দুপৰীয়াৰ এসাজ খোৱাতকৈ বহুগুণে বেচি সন্তুষ্টিৰ কাৰণ হব।"

সাধাৰণতে চিষ্টাৰৰ সৈতে ৰব জুখি মাখি কথা পতা বীৰেন্দ্ৰ সিদিন কিহৰ আবেগত জানো কব নোৱাৰাকৈয়ে বহু কথা কৈ পেলালে। চিষ্টাৰেও তেওঁৰ অনুৰোধ ৰক্ষা কৰি পুনৰ অতীত জীৱনৰ কথাবোৰলৈ উভতি গ'ল। তেওঁ আকৌ আৰম্ভ কৰিলে—

"আমি চাহ জলপান খাই উঠাৰ পিচতো সন্ধ্যাৰ আৰতি শেষ হোৱা নাছিল। নিৰ্জন পৰিবেশত ঈশ্বৰৰ আৰাধনাৰ পদ্ধতিযিবেই মহত্তক কিয় আমাক এক অনাবিল আনন্দ দান কৰিছিল। ভাব হৈছিল, সকলোতকৈ ওপৰত যেন এই প্ৰকৃতি আৰু তাৰ মাজতেই প্ৰকাশ লাভ কৰে এক বুজিব নোৱাৰা অস্তিত্বই; সেয়া খোদা, সেয়া ঈশ্বৰ, সেয়াই সকলোৰে নিয়ন্তা। মানুহৰ ভিৰৰ কোলাহলৰ মাজত সেই সত্য সেই দিনাহৈকে মই বুজিব পৰা

নাছিলো। সভক্তিৰে লোৱা ঈশ্বৰৰ সকলো নামৰেই যে একেই আবেদন সেয়া সুন্দৰকৈ সেইদিনা বুজিছিলো। মন্ত্ৰমুগ্ধ হৈ কোঠাৰ পৰা ওলাই কেতিয়া মন্দিৰটোৰ ওচৰ পাইছিলোগৈ কবই নোৱাৰিলো। মন্দিৰৰ ভিতৰখন অতি পৰিষ্কাৰ-পৰিচ্ছন্ন ভাবে ৰাখিছিল আৰু দেৱীৰ প্ৰতিমা থকা অংশটো আচুতীয়াকৈ দুৱাৰ দি বন্ধ কৰাৰ ব্যৱস্থা আছিল। মন্দিৰৰ পৰা কিছু দূৰত শাৰী শাৰী ফুলনিৰে সজাই থোৱা চৌহদটোৰ ঘাঁহনিতে মই থিয় হৈ ৰ'লো। আৰতিৰ সময়ত তাঁত ধুতি পিন্ধি হাতযোৰকৈ জমিদাৰনীৰ সৈতে থিয় হৈ থকা জমিদাৰৰ গাত কেৱল এখন চাদৰহে আছিল। মন্দিৰৰ দেৱী থকা অংশটোত ধূপ ধূনাৰ লগতে জমিদাৰনীয়ে নিজ হাতেৰে জ্বলাই দিয়া চাকি গছিৰ পোহৰে এক সুন্দৰ পৰিৱেশৰ সৃষ্টি কৰিছিল। সেই ঠাইত বিজুলী চাকি জ্বলোৱা নাছিল। মই মুগ্ধ হৈ মন্দিৰটোলৈ কিমান সময় চাই ৰৈছিলো নিজেই কব নোৱাৰিলো। হঠাতে পিচফালে সাবিত্ৰীৰ মাত শুনিহে নিজকে ঘূৰাই পালো। পিচলৈ ঘূৰি চাই দেখিলো মোৰ লগত অহা কেউজনীয়েই সাবিত্ৰীৰ লগত আহি মোৰ পাছফালে থিয় দিছিলহি। মই ঘূৰি চোৱাৰ লগে লগে সাবিত্ৰীয়ে আকৌ জমিদাৰৰ ঘৰৰ কথা আৰম্ভ কৰিলে। তাইৰ কথাৰ পৰা জানিব পাৰিলো পূৰ্বাপৰ চলি অহা ধৰণে যদিও পৰিয়ালটোক জমিদাৰৰ ঘৰ বুলিয়েই সকলোৱে কয় প্ৰকৃততে দেশৰ আইন কানুন সলনি হোৱাৰ পিচত জমিদাৰৰ কোনো জমিদাৰী নাছিল। এই একাণ্ড প্ৰায় বিশবিঘা মাটিৰ চৌহদটোৰ সৈতে জমিদাৰৰ বৰ্তমান বিশপুৰামান খেতিৰ মাটি আছে লগতে এটা ধান বনা কল। পূৰ্বৰ জমিদাৰ পৰিয়ালৰ ঐতিহ্য বহন কৰি জমিদাৰৰ ঘৰত তেতিয়াও এটা হাতী আছিল। বিদেশী গাড়ীও দুখন ঘৰত আছে। পৰিয়ালৰ মানুহ হিচাপে মিদাৰৰ বৰ পুতেক নৃপেন এজন প্ৰখ্যাত ডাক্তৰ। তেওঁ মেৰ

বিয়া কৰাই বিলাতত্তে আছে। বৰ জীয়েক পিতাক কলিকতাৰ বেৰিষ্টাৰ এজনলৈ বিয়া দিছে আৰু তেওঁ তাতেই থাকে। সৰু জীয়েক পিতাক বোম্বাইৰ এজন গুজৰাটী ব্যৱসায়ীয়ে বিয়া কৰাইছে। নিজৰ ল'ৰা-ছোৱালী এটিও নিজ দেশত নথকাত জমিদাৰ জমিদাৰণীয়ে মাজে মাজে বৰ অকলশৰীয়া অনুভৱ কৰে আৰু সেয়ে কোনোবা আলহি অতিথি আহিলে দুয়ো বৰ আনন্দ পায় আৰু আদৰ-সাদৰ কৰিও ৰাখে। এইবোৰৰ উপৰিও অঞ্চলটোৰ দুখীয়া ৰাইজৰ সুবিধাৰ কাৰণে জমিদাৰৰ হাউলিৰ চৌহদৰ কাষতে প্ৰায় ত্ৰিশখন বিচনা থকা এখন হস্পিতালো আছে। সেইখন চলোৱাৰ বাবে বিদেশত থকা বৰ পুতেকও সময়ে সময়ে সহায় আগবঢ়ায় আৰু পশ্চিমৰ চিকিৎসাৰ অগ্ৰগতিৰ খবৰবোৰ সৰ্বসাধাৰণৰ উপকাৰত লাগিব পৰাকৈ হস্পিতালত থকা অভিজ্ঞ ডাক্তৰ গিয়াচুদ্দিন চাহাবলৈ জনাই থাকে।

সাবিত্ৰীৰ কথাবোৰ শুনি শুনি আমি ফুলনিৰ মাজেৰে গৈ গৈ সুন্দৰ পানীৰ ফোৱাৰাটোৰ ওচৰ পালো গৈ। কেউফালৰ পৰা বিভিন্ন ৰঙৰ লাইটবোৰে ফোৱাৰাটো দেখাত সুন্দৰ কৰি তুলিছিল। আমি কেউজনী তাতে বহি চৌহদটোৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ ধৰিলো। ইতিপূৰ্বে কেইবাদিনো যোৱা বৰষুণে চৌহদৰ সেউজীয়া গছপাত বোৰক সজীৱ কৰি তুলিছিল। আমি বহা দেখি ওচৰতে থকা ডাঙৰ শিল এচটাত সাবিত্ৰীও বহি পৰিল। আৰু সৰু সৰু মাজেৰে ক'লে যে জমিদাৰক দেশত হৈ থকা গণ্ডগোলবোৰৰ বাবে পুতেক জীয়েকহঁতে কেবাবাৰো নিজৰ ওচৰলৈ নিব খুজিছিল কিন্তু জমিদাৰে নিজৰ দেশৰ তেনে দুৰ্যোগৰ সময়ত সাধাৰণ মানুহবোৰক এৰি আঁতৰি যাব নুখুজিলে। সাবিত্ৰীয়ে মাতটো আৰু অলপ সৰু কৰি জনালে যে সীমামূৰীয়া হোৱা বাবে সেই কালে যেতিয়া গণ্ডগোল মাছিল যদিও মাজে মাজে বাংলাদেশ মুক্তি বাহিনীৰ

আঘাট প্ৰাপ্ত মানুহ যোৱক গোপনে জমিদাৰৰ হস্পিতালত চিকিৎসা কৰা হৈছিল আৰু সংগ্ৰামৰ বিভিন্ন তথ্য পাতি সৰবৰাহ কৰা আৰু আৱশ্যক যোগে দেশৰ সীমা পাৰ হৈ আঁতৰি যোৱা সকলকো জমিদাৰে আশ্ৰয় দিয়াৰ লগতে যি পাৰে সহায় কৰিছিল। সেয়ে সাবিত্ৰীৰ বিশ্বাস আছিল আমাৰ এই দুৰ্যোগৰ পিচত সহানুভূতি-শীল জমিদাৰে আমি তালৈকে বুজাই ক'লে নিশ্চয় আমাৰ কিবা নিৰাপত্তাৰ ব্যৱস্থা কৰিব। জমিদাৰৰ একেবাৰে বিশ্বস্ত কৰ্মচাৰী হিচাবে অনবৰতে লগত লাগি থকা সাবিত্ৰীয়ে জমিদাৰৰ পৰিয়ালৰ ভিতৰুৱা খবৰ আৰু মানবীয় ভাবধাৰাৰ উমান আনতকৈ বেচিকৈ পাইছিল।

সাবিত্ৰীৰ কথা শুনি থাকোতে আমি আৰতি সামৰাৰ কথা গমেই পোৱা নাছিলো। হঠাতে জমিদাৰণী মাৰ সাবিত্ৰী বুলি মতা মাতষাৰ শুনি আমি কেউজনী উঠি মন্দিৰৰ বাৰণ্ডাৰ তলতে থ'লোগৈ। সাবিত্ৰী আমাৰ পিছতে থিয় হৈ ৰ'ল। জমিদাৰণী মায়ে আমাক তাতে থিয় হৈ থকা দেখি ওপৰলৈ উঠি যাবলৈ ক'লে। মন্দিৰৰ সন্মুখৰ পকাখিনিত উঠিবলৈ অলপ সংকোচ কৰা দেখি জমিদাৰণীয়ে পুনৰ মাতি আমাক ভগৱানৰ ঘৰত সকলোৰে সমান অধিকাৰ বুলি ক'লে। আৰু প্ৰসাদ দিলে। অৱশ্যে প্ৰসাদ খোৱাৰ আমাৰ কিবা আপত্তি থাকিলে জোৰ নকৰে বুলিও ক'লে। তেনে এগৰাকী দেৱী স্বৰূপা মাৰ হাতৰ প্ৰসাদ কিয় জানো মই কোনো দ্বিধাগ্ৰস্ত নোহোৱাকৈ লৈ খাবলৈ আৰম্ভ কৰিলো। প্ৰসাদ খোৱা শেষ হোৱাত জমিদাৰৰ সৈতে জমিদাৰণী হাউলিলৈ গ'লগৈ, কেৱল আমাক ৰাতি খোৱা বোৱা কৰি সোনকালে শুবলৈ কৈ থৈ গ'ল। পিছদিনা পুৱা আমাৰ সৈতে কথা হ'ব বুলিও ক'লে। সাবিত্ৰীয়ে আমাক কমলৈ লৈ যাওঁতে ক'লে, জমিদাৰে হেনো কথা খুউব কম কয়। কিন্তু জমিদাৰণীয়ে গোৱা সকলো সিদ্ধান্তে

তেওঁৰ সম্মতি থাকে; জমিদাৰণীয়েও সেইটো কামহে কৰে যত জমিদাৰৰ সম্মতি থাকিব বুলি তেওঁ বুজি পায়। খুব কম কথাৰ মাজেৰেই তেওঁলোকে ইজনে সিজনৰ অন্তৰ ভৰা কথাৰ সকলো সম্ভেদ পায়। এনে বুজাবুজি থকা দম্পতি বিৰল।

পিচদিনা পুৱা কাউৰীয়ে কা কৰোতেই সাৰ পালো। জমিদাৰৰ ঘৰৰ নিৰাপদ আশ্ৰয়ত ৰাতিৰ টোপনিত ব্যাঘাত হোৱা নাছিল। দোকমোকালিৰ সজীৱ ভাবটোৱে মনটোক প্ৰফুল্লিত কৰি তুলিছিল। দেহাটো যেন বহুত পাতল পাতল লাগিছিল। বিচনাতে শুই চকুকেইটা মেলি নিজৰ ভাবতেই বিভোৰ হৈ পৰিছিলো। তেনেতে এটি কেচুৱাৰ কান্দোন শুনি মনটো গধুৰ হৈ গ'ল অন্তৰ খনে হাঁহাকাৰ কৰি উঠিল। পাকিস্থানী সেনাই ধৰি অনাৰ সময়ত আমিনাৰ হাতত এৰি অহা বাবাটোৰ চিন্তাত মন ব্যাকুল হৈ পৰিল। নিজৰ সকলো দুখ কষ্টৰ মাজতো সেনাৰ হাতৰ পৰা আমিনাৰ কোলাত থাকি ৰক্ষা পোৱা বাবাটোৰ নিৰাপদ আশ্ৰয়ৰ কথা ভাবি মনটোক সান্ত্বনা দি আছিলো। সেই সময়লৈকে পাৰ হোৱা ঘটনা ক্ৰমৰ আকস্মিকতাত ভূত ভবিষ্যৎ বৰ্ত্তমান সকলোবোৰ চিন্তা যেন হেৰাই গৈছিল। প্ৰাণ লৈ বাচি থকাটোৰেই আটাইতকৈ ডাঙৰ সাধৰ হৈ পৰিছিল। কালি থকা কেচুৱাটোৰ মাত কিছু-সময়ৰ পিছত বন্ধ হ'ল, সম্ভৱ মাকৰ উমাল বুকুৰ অমৃত খাবাৰ সোৱাদত সি পুনৰ টোপনি গল। মোৰ মনৰ হাঁহাকাৰ কিন্তু কান্দোন বন্ধ হোৱাৰ পিচত বাচিহে গ'ল। বুকুখনৰ মাজত কেনেকুৱা এটা বেদনাই হেচামাৰি ধৰিছিল তাক মই ভাষাৰে বুজাব নোৱাৰো। মেলি থোৱা দুচকুৰ পতাবোৰ ঘনাই জাপ খাই গৈছিল আৰু প্ৰতিবাৰতেই অনুভৱ কৰিছিলো তপত চকুলো দুধাৰি বৈ গৈ মোৰ গাৰুটো তিয়াইছিল। সেই দিন ধৰি কত বিনিদ্ৰ ৰজনী আৰু কত নিসঙ্গ সময়ত আজি অত বছৰে মই চকুলো টুকিছো তাৰ

আৰু হিচাব বখা নাই। মানুহক সেৱা কৰা ব্ৰতৰ মাজতেই মোৰ গুনাহ মাফ কৰি দিবলৈ আল্লাৰ ওচৰত সদায়েই প্ৰাৰ্থনা কৰিছো। আজিও মই অন্তৰেৰে আশা কৰো আল্লাৰ দয়াত মোৰ বাবাক আকৌ ঘূৰাই পাম। সেই দিনটোৰ কাৰণেই মই জীয়াই আছো।"

কথাখিনি কৈ চিষ্টাৰ মেহেৰ অলপ সময় মৌন হৈ ৰ'ল। বীৰেন্দ্ৰ সিঙে চিষ্টাৰৰ মনৰ বেদনা অনুভৱ কৰি তেওঁ প্ৰকৃতিস্থ হোৱালৈ অলপ অপেক্ষা কৰিলে। চিষ্টাৰে চলচলীয়া হৈ পৰা চকু কেইটা হাতৰ কমালেৰে মচি বীৰেন্দ্ৰ সিঙক ক'লে—

"আপোনাক এইবোৰ কথা কৈ মই বোধহয় বিৰক্তহে কৰিছো।"

লগে লগে বীৰেন্দ্ৰ সিঙে প্ৰায় চিঞৰিয়ে কৈ উঠিল—"নাই নাই চিষ্টাৰ আপোনাৰ জীৱনৰ কাহিনী শুনি মই অভি-ভূতহে পৰিছো। আপোনাৰ মনোবল আৰু দৃঢ়তাই জীৱন সমুদ্ৰৰ ঢৌত আঘাত পাই দিশহাৰা হোৱা বহুতৰে প্ৰেৰণা হ'ব পাৰে। তাৰ পিচৰখিনিও কওঁক চিষ্টাৰ।"

"সেইদৰে কিমান সময় বিচনাতে পৰি আছিলো ক'ব নোৱাৰো। সাবিত্ৰীয়ে আহি দুৱাৰ ঢকিয়াই পুৱাৰ চাহ খাবলৈ মতাতহে সাৰ পালো। ইতিমধ্যে জমিদাৰণী মা মন্দিৰৰ পৰা উভতি গৈ চাহ নাস্তা কৰিছিল বুলি সাবিত্ৰীয়ে জনাইছিল, আৰু কছিল চাহ খাই উঠি তেখেতক লগ কৰিবলৈ আমাক যাবলৈ। আমি কেইজনীয়ে গা-পা ধুই ল'বালবিকৈ জমিদাৰণী মাৰ ওচৰলৈ বুলি ওলাই গ'লো। বাহিৰত ৰ'দ তেতিয়াও টান হোৱা নাছিল। জমিদাৰণী মায়ে পাচকালৰ বাৰাণ্ডাত বহি এজাক পাৰৰ লগত মুঠি মুঠি চাউল চটিয়াই দি আনন্দ কৰি আছিল। চোতালখন পাৰ চৰাইবে ভৰি পৰিছিল। আমাক দেখি তেখেতে আমাৰ খোৱা আৰু শোৱাৰ কথা সুধিলে। আমি মিহা উত্তৰে তেখেতক

আনন্দিত কৰা যেন অনুভৱ কৰিলো। তাৰ পাছত আমাক ভিতৰলৈকে বহিবলৈ মাতিলে। আমি পিছে বাৰাণ্ডাৰ মজিয়াতে বহিলো। পুৰণি মজিয়াখন নিয়মিত যত্নৰ ফলত চিকুচিকিয়া হৈ আছিল। আমাৰ কথাৰ মাজতেই জমিদাৰণীৰ পৰিচাৰিকা কুন্তলা আহি সৰু টেবুল এখনত এটা ডাঙৰ টেমা আনি থলে পিতলৰ চিকুচিকাই থকা টেমাটো দেখাত সোণৰ যেনেই লাগিছিল। সেই পাণৰ টেমাটোত চূণ চুপাৰী জৰ্দা আদি থবলৈ ভাগে ভাগে ব্যৱস্থা আছিল। টেমাৰ ভিতৰতে থকা চৰতা খনেৰে চুপাৰী সৰু কৰি কৰি আমি পাণ খাম নেকি প্ৰশ্ন কৰি কেইটুকুৰামান চুপাৰী আগবঢ়াই দিছিল। তাৰ পিচত নিজেও এখন পাণ বনাই খাই আমালৈ চাই কথা বতৰা আৰম্ভ কৰিছিল। আমি কেনে অৱস্থাত পৰি সেইখিনি পাইছিলোগৈ বুলি প্ৰশ্ন কৰাত প্ৰথমে আমাৰ মুখৰ মাত হৰিছিল। কিন্তু পুনৰ তেওঁ নিজেই পূব পাকিস্থানৰ মুক্তিকামী জনতাৰ ওপৰত পাকিস্থানী সেনাৰ নিপীড়ণৰ বৰ্ণনা দি মাতৃসুলভ স্নেহেৰে যেতিয়া দুৰ্গত সকলৰ প্ৰতি তেওঁৰ সহানুভূতি আৰু মুক্তি সংগ্ৰামৰ প্ৰতি থকা সম্ভাৱৰ কথা ক'লে তেতিয়া মনত সাহস পাই আমি অতি আপোনজনৰ আগত কোৱাৰ দৰে সকলো কথা বিবৰি ক'লো। আমাৰ কথা শুনি তেখেতৰ ডেঙ্গোৰা মুখমণ্ডল উত্তেজনাত মাজে মাজে ৰঙা হৈ পৰা দেখিছিলো। আমাৰ কথা শেষ হোৱাৰ পিচত তেখেতে আমি তেতিয়া কি কৰিবলৈ স্থিৰ কৰিছো বুলি প্ৰশ্ন কৰিছিল। আমি যে অসহায় হৈ পৰিছো আৰু কিবা ভাগ্যৰ বলতহে যে তেখেতৰ আশ্ৰয় পাইছিলো সেই কথা কৈ আমাৰ ভবিষ্যতৰ বিষয়ে তেখেতৰেই পৰামৰ্শ বিচাৰিছিলো। তেখেতে আমাৰ শিক্ষা দীক্ষা আদি সকলো কথা বুজি কি ভাল হয় ভাবি চাব বুলি কৈ আমাক কুন্তলাৰ লগত ওচৰতে থকা ছাত্ৰীনিবাস লৈ পঠালে। বিশেষকৈ আমাৰ লগৰ সাবিত্ৰীৰ আঘাতৰ শুচি-

কিংবা সৈনিকালে কৰাৰ বাবে যেতিয়া উত্তীৰ্ণ হৈ পৰিছিল।

হস্পিতালত ডাক্তৰ গিয়াচুদ্দিন চাহাবে খুব মনোযোগেৰে আমাক পৰীক্ষা কৰিলে। আমাৰ শৰীৰত থকা পাশৱিক অত্যাচাৰৰ আঘাতবোৰ কেনেকৈ হ'বলৈ পালে বুলি সোধাত প্ৰথমে আন কথাৰে এৰাই যাবলৈ চেষ্টা কৰিছিলো যদিও পাচত তেওঁলোকে বৈতিয়া আমাক কৈছিল যে এজন পিতৃবয়সীয়া লোক হিচাপে আৰু এজন চিকিৎসক হিচাপেও তেওঁলোক আমি উপযুক্ত চিকিৎসাৰ বাবে সচা কথা কোৱাটো উচিত তেতিয়া আমি সকলো কথা ভাঙি পাতি কলো। ইতিমধ্যে ডাক্তৰৰ নিৰ্দেশ মতে তাত থকা নাৰ্চ গৰাকীয়ে আমাক কিআমুলীয়াকৈ ঔষধ আদিও দিলে। অভিজ্ঞ ডাক্তৰে সম্ভৱ উপকৰণ পৰীক্ষাৰ মাজেৰে অনুমান কৰিব পাৰিছিল যে সাবিত্ৰীক কিছু অধিক মনোযোগেৰে পৰীক্ষা কৰাটো উচিত হ'ব। সেয়ে তেওঁ ৰুগী পৰীক্ষা কৰা কক্ষলৈ সাবিত্ৰীক মাতি নি বিছনাত শুবলৈ দিলে। সেই সময়ত সাবিত্ৰীৰ চকুত ফুটি উঠা অসহায় অৱস্থাটো দেখি ময়ো পিচে পিচে কমটোলৈ সোমাই গৈছিলো। ডাক্তৰে সাবিত্ৰীৰ বুকুৰ ক্ষতস্থান পৰীক্ষা কৰিবৰ বাবে কাষতে ৰৈ থকা ছিষ্টাৰ গৰাকীক ঠাই টুকুৰাৰ কাপোৰ আঁতৰাই মুকলি কৰিবলৈ নিৰ্দেশ দিলে। স্বাভাৱিকতেই ডাক্তৰৰ সন্মুখত ভয় আৰু লাজত লেহুকা হৈ পৰা সাবিত্ৰীক ডাক্তৰে নিজৰ বয়সৰ দোহাই দি আৰু চিকিৎসাৰ ক্ষেত্ৰত লাজ কৰাটো বিপদজনক বুলি বুজাই সাবিত্ৰীক সৈমান কৰালে। বুকুৰ থান্‌-বুনা মাংসৰ ঠাইত আঘাতত হোৱা বুলি অতি নিবিষ্ট মনেৰে পৰীক্ষা কৰা ডাক্তৰ চিন্তিত হৈ সাবিত্ৰীক তাৰ সন্তানৰ সুধিলে। ইতিমধ্যে [illegible] দেহ, মন দুয়োটা ভাঙি পৰা সাবিত্ৰীয়ে প্ৰথম উত্তৰ [illegible] শক্তি হেৰুৱাই কান্দি পেলালে।

ডাক্তৰ কিছু সময় মৌন হৈ থাকি কাষতে ৰৈ থকা লোক

দেখি, এইবাৰ প্ৰশ্নটো মোলৈ পোনালে। নাৰ্চিং শিক্ষাৰ জ্ঞানেৰে মই এটা কথা সেই সময়ত ভালকৈ বুজিছিলো যে ইতিমধ্যেই পলম হৈ যোৱা চিকিৎসাৰ পুনৰ আওপকীয়া উত্তৰোৰ জটিল কৰি বিলম্ব কৰিলে ফলাফল ভয়াবহ হব পাৰে, সেয়ে সাবিত্ৰীৰ কাতৰ চকুহুৰিৰ আবেদনকো আওকাণ কৰি উন্মত্ত পাকিস্থানী সৈন্যৰ পাশৱিক ক্ষুধাৰ বিস্তৃত বিৱৰণ দিবলৈ বাধ্য হ'লো। কথাখিনি খোলাখুলিকৈ কৈ অৱৰুদ্ধ আবেগখিনিক কৈ যাবলৈ যেন বাট উলিয়াই দিলো। মনটো বহুত পাতল পাতল লাগিল। একালে সাবিত্ৰীৰ সু-চিকিৎসাৰ বিষয়ে নিচিন্ত হব পাৰিলো, আনহাতে ডাক্তৰৰ এচৰত কথা গোপন কৰি কথা পতাৰ মানসিক হেঁচাও বহু পৰিমাণে লাঘৱ হ'ল। সাবিত্ৰীৰ চকুপানীখিনি শাৰীৰ আচলেৰে মোহাৰি দি আলফুলকৈ মূৰৰ চুলিৰ মাজেৰে হাত ফুৰাই ফুৰাই গভীৰ মমতাৰে মই যেন সেই কথাখিনিকেই তাইক বুজাবলৈ মৌন চেষ্টা চলালো।

ডাক্তৰ গিয়াচুদ্দিনে ইতিমধ্যেই চিষ্টাৰৰ সহায়ত সাবিত্ৰীক দিবলৈ সাজু কৰি লোৱা বেজীটো দি মোৰ ফালে চাই সাবিত্ৰীক নিয়মীয়া ভাবে চিকিৎসাৰ বাবে প্ৰতিদিনে তেওঁৰ কাষলৈ নিবলৈ দায়িত্ব দিলে।

"ইয়াৰ পিছত চিষ্টাৰ আপোনালোক ভাৰতবৰ্ষ কেনেকৈ পালেহি ?"

বীৰেন্দ্ৰ সিঙৰ প্ৰশ্নৰ উত্তৰত চিষ্টাৰ মেহেৰে পুনৰ আৰম্ভ কৰিলে —

"সেইদিনা হস্পিতালৰ পৰা অহাৰ পিছত আমি মনত বহু বল পাইছিলো। সাবিত্ৰীৰ চিকিৎসা নিয়মিত ভাবে চলিবলৈ ধৰিলে, আমাৰো দেহলৈ হেৰোৱা শক্তি ক্ৰমে ক্ৰমে ঘূৰি আহিল। এনেতে এদিন ৰাতি এটা ঘটনা ঘটিল। আজিমিৰা জমিদাৰনীৰ

আৰু কুন্তলাই আহি আমাৰ দুৱাৰত টুকুৰিয়াই কুচকুচাই নাম ধৰি মাতিলেহি। হঠাতে মাৰ পাই কুন্তলাৰ মাত শুনি দুৱাৰ খুলি দিয়াত কিছুমান ফটকা ফুটাৰ দৰে শব্দ আমাৰ কাণত পৰিল। কুন্তলাৰ পৰা জানিব পাৰিলো যে সেইবোৰ মুক্তিবাহিনীৰ সৈতে পাকিস্থানী সৈন্যৰ সংঘৰ্ষৰ গুলী-বাৰুদ আৰু মৰ্টাৰৰ শব্দ। ইতিমধ্যে ভাৰতীয় সেনায়ো হেনো মুক্তি সংগ্ৰামৰ সেনানী সকলক সহায় কৰিছে। শেখ মুজিবুৰ ৰহমান আদি নেতা সকলৰ লগত কিবা আলাপ আলোচনাও চলিছে। বন্দুক বাৰুদৰ শব্দ শুনি আমি আতংকগ্ৰস্ত হৈ পৰা দেখি কুন্তলাই কথা খিনি সবিস্তাৰে ক'লে। তাৰ পিছত তাই কলে যে এই মাজ-নিশা, আমাক মতাৰ কাৰণ অন্য এটাহে। জমিদাৰৰ হস্পিতালটো মুক্তি বাহিনীৰ কেইবাজনো ডেকাক আনি চিকিৎসাৰ বাবে ভৰ্ত্তি কৰিছেহি"। ডাক্তৰ গিয়াচুদ্দিনে এগৰাকী চিকিৎসক হৈ চম্ভালিবলৈ টান হৈছে। সেয়ে আমাৰ সহায় বিচাৰিছে। মুক্তি সংগ্ৰামৰ সেই মহান সেনানী সকলক শুশ্ৰূষা কৰাৰ সুবিধা পাই আমি আনন্দ মনেৰে সেই মুহূৰ্ত্তৰ পৰাই কামত লাগি গৈছিলো। ডাক্তৰৰ আপ্ৰাণ চেষ্টা আৰু আমাৰ সাধ্যানুযায়ী কৰা পৰিচৰ্য্যাৰ ফলত কেইদিনমানৰ ভিতৰতেই সুস্থ হৈ পৰা ডেকা সকলৰ আমাৰ প্ৰতি কৃতজ্ঞতাত অন্তৰ ভৰি পৰিছিল। লগে লগে সেই সংগ্ৰামৰেই ফল ৰূপে নিৰ্য্যাতিতা হোৱা আমাৰ প্ৰতি তেওঁলোকৰ অনুকম্পা আৰু সহানুভূতিও আছিল অসীম। আমাৰ লগতে আছা চকিনা, সুলোচনা, আজিমা, মেহেকা আৰু, মপ্লাৰ মন মজুৰৰ চোৰে ইতিমধ্যে সে বাহুৰ উত্তাপেৰে তকাবলৈ ধৰা অসীম সাহসী মুক্তিযোদ্ধা কেইবা-জনৰো মনৰ যাত্ৰিচৰ আয়ু কৰিছিল সেয়া বুজিব পাৰিছিলো।

মুক্তি সেনাৰ ডেকা কেইজন সুস্থ হৈ সংগ্ৰামলৈ যোৱাৰ পাছতেই পুনৰ বিপদ নতুন দৰে পৰিল। মনক আগৰ প্ৰভাৱৰ দৰে

কেউজনীয়ে শাৰী পাতি তেওঁলোকৰ ওচৰত থিয় হলোগৈ ?" জমিদাৰে আসনৰ পৰা উঠি থিয় হৈ কুশলাই খবাই' প্ৰথমতে ওচৰৰ টেবুল এখনত থোৱা কাপোৰৰ টোপোলা এটা আৰু থালত সুমাই থোৱা কিছু টকা জমিদাৰৰ সন্মুখত থবিলেহি আৰু আমি আটায়ে 'তেওঁলোকৰ ইচ্ছামতে বেলেগে বেলেগে সেৱা গ্ৰহণ কৰি হাতজোৰ কৰি মূৰ দোৱাই সভক্তিৰে চকীত বহিছিলোগৈ। জমিদাৰে আমাক আটাইকে আশীৰ্ব্বাদ দি বিদায় দিলে। জমিদাৰণী মাৰ ভৰি চুই সেৱা জনাই আমি বিদায় ল'লো।

ইয়াৰ পাছত আমি একো অসুবিধা নোহোৱাকৈ সুশান্ত দাদাৰ লগত নাৱেৰে পদ্মা নদী পাৰ হৈ বেলেৰে আহি কলিকতা পালোহি।"

বীৰেন্দ্ৰ সিঙে এইবাৰ মাত লগালে— "আপোনালোকে ইমান ডাঙৰ পদ্মা নদীৰ বুকুৰে নাৱেৰে পাৰ হওঁতে ঢৌৰ খলকনি দেখি ভয় খোৱা নাছিলনে ?"

চিত্ৰাই ক'লে "আমি পূৰ্ববঙ্গৰ মানুহ। বহুত সময়ত নৈ বিলাকৰ উপৰিও সাগৰৰ পানীয়েও আমাৰ দেশৰ বহুত অঞ্চল প্ৰায়েই বুৰাই বিভীষিকাৰ সৃষ্টি কৰে। এইবিলাক সদায় দেখি থকা, কথা গতিকে নদীৰ বুকুত মাজে মাজে মনত অলপ শংকা লাগিছিল যদিও বিশেষ ভয় লগা নাছিল।"

"বাৰু এতিয়া কওঁকচোন, কলিকতাত আহি কি কৰিলে ?"

"আমি আগেয়ে ঠিক ঠাক কৰি থোৱা মতে জমিদাৰৰ জোৱায়েক মিত্ৰ চাহাবৰ ঘৰতে উঠিলোহি। তেওঁৰ পৰিবাৰ মিত্ৰাৰাণী তেওঁৰ মাতৃৰ দৰেই বৰ দয়ালু, আমি আহিম বুলি মাকে তেওঁকো জনাইছিল। আমি আহি পোৱাত তেখেতে আদৰ সাদৰ কৰি নি বহিবলৈ দিলে আৰু চাহ মিঠাই খুৱাই আমি গা পা ধুই কাপোৰ কানি সলাবৰ কাৰণে ব্যৱস্থা কৰি দিলে।

আমি নিজৰ আগজাননে কলিকতা পাইছিলোঁগৈ। আমি পা-পা দুই ভাত পানী খাই তাতে অকণমান জিৰণি ল'লোঁ। সেই সময়ত মিত্র চাহাব ঘৰত নাছিল। হাইকোর্টলৈ গৈছিল। তেখেত আহি পাই আমাৰ সকলো খা-খাতিৰি ললে আৰু আমাৰ লগত দুই এষাৰ কথা পাতি বেচকিউ হ'মৰ তত্ত্বাবধায়িকা সুশীলা দেৱীলৈ ফোন কৰিলে। পাছত আমাৰ লগত যোৱা সুশান্ত বৰুৱাকো লগত দি আৰু তেখেতৰ তাত থকা মানুহ এজনৰ সৈতে বেচকিউ হ'মলৈ পিছবেলা পঠাই দিলে। বেচকিউ হ'মৰ তত্ত্বাবধায়িকা সুশীলা দেৱী এগৰাকী বৰ সদাশয়া মহিলা আৰু তেখেতৰ কথাৰ পৰা গম পালোঁ এসময়ত তেখেতো আমাৰ দৰে হতভাগিনী আছিল। বহুতদিনৰ আগতে নোৱাখালিত হৈ যোৱা ধৰ্মীয় সংঘৰ্ষৰ সময়ত তেখেত ভগনীয়া হৈ কলিকতালৈ নিজৰ ঘৰ বাৰী এৰি গুচি আহিছিল। যথানিয়মে তেখেতে আমাৰ আটাইকেইজনীৰ নাম ধাম, ঠিকনা, শিক্ষাগত অৰ্হতা আদি লিখি ল'লে আৰু আমি থাকিবৰ কাৰণে যথাযথ ব্যৱস্থাও কৰি দিলে। পিছদিনা দেওবাৰ, মিত্র চাহাবে লগত বেচকিউ হ'মৰ চেক্রেটাৰী অমাদি বাবু আৰু এগৰাকী মহিলাক লগত লৈ আহি আমাক তেওঁলোকে বহি থকা কমলৈ এজনী এজনীকৈ মাতি নিলে। আমাক মাতি নিয়াৰ আগতেই সুশীলা দেৱীয়ে আমাৰ বিষয়ে সবিশেষ তেখেতক জনাইছিল। আৰু এতিয়া আমাৰ বিষয়ে লিখা 'ৰেজিষ্টাৰ' খন তেখেতৰ আগত দিলে। তেখেতে পোনপটীয়াকৈ আমাৰ কি কৰিবৰ ইচ্ছা সেইবিলাক কথা সুধিলে আৰু উপযুক্ত পাত্র পালে বিবাহ পাশত আৱদ্ধ হ'বলৈ আমাৰ ইচ্ছা আছে যদি তাকো সুধিলে। মই সুবিধা পালে নাৰ্চিং শিকিবৰ ইচ্ছা আছে বুলি ক'লো। বাকী কেইজনীয়েও নিজৰ ইচ্ছাৰ কথা ক'লে। চকিয়া আৰু সুলোচনাই বিবাহৰ ইচ্ছাৰ কথা জনালে। সকলো কথা শুনি মিত্র চাহাবে ক'লে "বাৰু

তোমালোক বৰ্ত্তমান ইয়াতে থাকা, সুশীলা দেৱীয়ে কোৱা মতে যি হয় কৰিবা আৰু তোমালোকৰ ইচ্ছা মতেই তোমালোকৰ কাৰণে যিখিনি পাৰো কৰিবলৈ চেষ্টা কৰিম।" এনেতে তেওঁৰ সকলোৰে লগতে অহা মহিলা গৰাকীয়ে মাত লগালে— "সুশীলা দেৱী, এওঁ সাবিত্ৰী বি. এ ক্লাচলৈকে পঢ়া ছোৱালী। আপুনি অফিচৰ কামৰ কাৰণে এগৰাকী এচিষ্টেণ্টৰ কথা কৈছিল, মই ভাবো এওঁকেই আপুনি বৰ্ত্তমান অস্থায়ী ভাবে কাম চলাবলৈ দিব পাৰে।" 'চেক্ৰেটেৰী' অনাদি বাবুৱেও কথাটো শুনি ভালেই পালে আৰু মিত্ৰ চাহাবেও কথাটোত সম্মতি জনালে। এইদৰে সাবিত্ৰীৰ অস্থায়ী ভাবে হলেও এটা সংস্থান মিলিল। ইয়াৰ অলপ দিনৰ পাছত মিত্ৰ চাহাবৰ মধ্যস্থতাতে কলিকতাৰ এটা মিলিটেৰী হস্পিটেলত 'ট্ৰেইনি নাৰ্চ' হিচাবে মই নিযুক্তি পালো আৰু তাত আঠ বছৰ মান থকাৰ পাছত মোক ষ্টাফ নাৰ্চ হিচাবে নিয়োগ কৰি এই হস্পিতাললৈ বদলি কৰি পঠালে। তেতিয়াৰ পৰা মই ইয়াত কাম কৰি আছো। এতিয়া চাওঁক মিঃ সিং সৈনিকৰ উৎপাতত আমাৰ প্ৰাণ যোৱাৰ আশংকা হৈছিল পুণৰ সৈনিকৰ শুশ্ৰূষাতে দিন কটাব লগা হৈছে। বিধিৰ কি বিড়ম্বনা।"

বীৰেন্দ্ৰ সিঙে ক'লে— "বিধাতাই জন্মতেই মানুহৰ ভৱিষ্যতৰ কথা সকলো লিখি থয়, কিন্তু আগতীয়াকৈ জানিবলৈ নিদিয়ে, বিধাতাৰ বিধান কেনেকৈ বুজিব? ৰাজকুমাৰী সীতা ৰামচন্দ্ৰৰ দৰে ৰজাৰ ৰাণীয়েও বনবাস খাটিব লগা অৱস্থা নহৈছিল জানো?"

"মোৰো অৱস্থা আজি তেনেকুৱাই সিং। স্বামী, পুত্ৰ স্বজন পৰিজন সকলোকে হেৰুৱাই এই ঘন অৰণ্যৰ মাজতো নিৰ্জন বনত বনবাসিনীৰ দৰেই মই বাস কৰিছোঁ।" এইবাৰ তেওঁ আৰু অলপ অধৈৰ্য্য হোৱাৰ দৰে ক'লে— "অনেক নাৰীয়েই স্বামী বা সমাজৰ অলপীয়া অবিচাৰ-অত্যাচাৰতে আত্মহত্যা কৰাৰ কথা আমি শুনিছো।

কৰাৰ পিচৰ পৰা পূৰ্ণিমা মুছফিকা আৰু আমিনাৰ ঘনিষ্ঠতা আৰু অন্তৰঙ্গতা দিনে দিনে বাঢ়ি গৈছিল। সময় সুবিধা পালে পূর্ণিমা মুছফিকাই আমিনাৰ লগ হৈ বা কেতিয়াবা অকলেই আমিনাৰ ঘৰলৈ আহে। নিজৰ বাই ভনীৰ দৰেই আমিনাৰ খা-খবৰ লয়। অকলশৰীয়াকৈ থকা আমিনাই সিহঁত দুজনী আহিলে বৰ আনন্দ পায়। হাঁহি মাতি কথা বতৰা পাতি তাইৰ মনৰ দুখ কষ্ট বিলাক পাতলায়।

এদিন দেওবাৰে দুপৰীয়া আমিনাই পাত মাছৰ জোল আৰু আগদিনাৰে থকা মাংস অকমানেৰে এথৰ আঞ্জা কৰি টেবুলত ভাত বাঢ়ি লৈছে। তাই কলেজত পঢ়ি থকা অৱস্থাত মাকে সদায় জুতি লগাই কিবা কিবি ৰান্ধিছিল। এতিয়া তাই ঘৰ আহিলেহে তেনেকৈ মন দি ৰান্ধে, নিজলৈ বুলি কিবা কৰি মেলি খাবলৈ তাইৰ সিমান মন নাযায়। আজি টেবুলত বাঢ়ি লোৱা ভাত খিনি চাই চাই তাইৰ মাকলৈ খুব মনত পৰিবলৈ ধৰিলে। গভীৰ বেদনাত তাইৰ দুগালেদি তপত চকুলো বাগৰি আহিল। এনে সময়তে পূর্ণিমাই হাঁহি হাঁহি কি কৰিছা বুলি জপাই থোৱা দুৱাৰখন খুলি সোমাই আহিল। আমিনাৰ চকুত চকুপানী দেখি পূর্ণিমাৰো মনটো মৰহি গল আৰু লাহেকৈ আমিনাৰ কাষতে বহি তাইৰ কান্ধত হাত থৈ বৰ মৰমেৰে সুধিলে—

"তোমাক কোনোবাই কিবা মনত দুখ দিলে নেকি ?"
"নাই নাই বাইদেউ মোক কোনেও একো কোৱা নাই "

"তেনেহ'লে ?"
আমিনাই নিজকে সংযত কৰি সেমেকা হাঁহি এটা মাৰি পূর্ণিমাৰ হাতদুখনত ধৰি ক'লে—

"তোমাক সকলো কম আগতে কোৱাচোন তুমি ভাত খালা জানো ?"

"নাই খোৱা, এইফালে কিবা এটা কামত গৈছিলো কাৰণে তোমাকো মাত লগাই যাম বুলি সোমালো।"

"খুব ভাল কৰিলা মোৰো অকলে বৰ বেয়া লাগিছিল" বুলি আমিনাই আৰু এখন থাল আনি টেবুলত থৈ পুৰ্ণিমাক চকী খনত বহিবলৈ দি নিজে বিছনাতে বহিল। তাকে দেখি পুৰ্ণিমাই ক'লে — "নেলাগে আমিনা। মই খালে তোমালৈ নেথাকিবই দেখোন !

'নিজৰ ভাগৰে অলপ আনকো দি খোৱাতো আমাৰ ধৰ্ম নহয় জানো ?"

"ঠিকেই কৈছা" বুলি দুয়ো খাবলৈ বহিল।

"বুজিছা বাইদেউ কোনো মাইকী মানুহেই আনক নিদিয়াকৈ ৰান্ধি বাঢ়ি নিজেই খাই তৃপ্তি নাপায়। ৰান্ধি বাঢ়ি লোকক খুৱাই আৰু ভৰকাৰীৰ বিষয়ে আনৰ পৰা প্ৰশংসা সূচক এযাৰ কথা শুনিবলৈ পালে খুব আনন্দ পায় আৰু ৰন্ধা বঢ়া কৰিবলৈকো উৎসাহ নেপায় জানো ?"

পুৰ্ণিমাই হাঁহি মাৰি মুৰ দুপিয়ালে। দুয়ো খাই উঠি ছুটামান মছলা খাই আকৌ আগৰ ঠাইতে বহিল।
এইবাৰ পুৰ্ণিমাই সুধিলে—

"তোমাৰ চকুত চকুপানী দেখি মোৰ মনটো বৰ বেয়া লাগিল। কি হ'ল নো তোমাৰ ?"

আমিনাই কিবা এটা চিন্তা কৰাৰ দৰে খন্তেক বৈ ক'লে —

"পৃথিৱীত লোকৰ দুখ কষ্ট দেখি আনন্দ পোৱা মানুহৰ সংখ্যা বেচি। লোকৰ দুখত দুখী হৈ প্ৰকৃত সহানুভূতি দেখুউৱা লোকৰ সংখ্যা নিচেই কম। সেই কাৰণে মই প্ৰায়ে এনেকৈয়ে মোৰ মা বাবালৈ মনত পেলাই খাওঁতে শোওঁতে চকু পানী টোকো যদিও কাৰো আগত প্ৰকাশ নকৰো। আজি তুমি হঠাতে আহি মোৰ মনৰ অৱস্থা বুজিলাহি।"

পূর্ণিমাই সান্ত্বনাৰ সুৰত ক'লে— 'মোৰো মা বহুত দিনৰ আগতে ঢুকাল। মাতৃহীনা ছোৱালীৰ মনোবেদনা কি হয় মযো ভালকৈ জানো আমিনা।"

"বাইদেউ তোমাৰ মাৰ মৃত্যু হৈছে তোমাৰ চকুৰ আগতে লাহে লাহে সেই শোক হয়তো তোমাৰ কিছু পৰিমাণে লাঘৱ হৈছে। কিন্তু মোৰ মা বাবা জীয়াই আছেনে নাই বহুত চেষ্টা কৰিও মই জানিব পৰা নাই। ভাব হয় তেওঁলোক যেন ক'ৰবাত আছে মই যেন লগ পাম তেওঁলোকক। মোৰ অন্তৰত এই কুৰা জুই সদায় জ্বলি আছে। কিয় জানো তেওঁলোক এই পৃথিৱীত নাই বুলি মোৰ অন্তৰে মানি নলয়। সেয়ে অকলশৰীয়া পৰত মোৰ মাতৃ সমা মাহীদেউ বেগম চাহেবাই মই কেতিয়াবা অকমান মন মাৰি থাকিলেই চিন্তাত পৰে মই কিজানি তেখেসকলৰ কিবা কথাত বেযা পাইছো। তেখেতে মোৰ মনৰ অৱস্থা ভালকৈ বুজি পায়। সেয়ে তেখেতে কেনেবাকৈ গম পায় বুলিয়েই মোৰ মনৰ সকলো দুখ কষ্ট লুকুৱাই ৰাখো। বাৰু এতিয়া এইবোৰ কথা এৰা বাইদেউ, কোৱাছোন মোক কিবা কম বুলি আহিছিলানেকি ?"

হাঁহি এটা মাৰি পূর্ণিমাই ক'লে—

"আমিনা তুমি দেখোন সু-খবৰটো দিয়াই নাই। তোমাৰ ধনৰ লগত নাজিমা বাইদেউৰ ছোৱালী ৰেজিনাৰ বোলে বিয়া ঠিক হৈছে ?"

আমিনায়ো হাঁহি হাঁহি সুধিলে— "তোমাক কোনে ক'লে ?"

"মোক মুছৰ্ফিকাই ক'লে। মুছৰ্ফিকাই মোক লৈ তোমাৰ ইয়াত মিঠাই খাবলৈ আহিম বুলি লগ ধৰিয়ে আছে।"

"এৰা বাইদেউ বিয়াখন হবগৈ লাগে। সকলো 'আল্লাৰ ওপৰতহে।" আমিনাই লাহেকৈ ক'লে—

"বৰ আনন্দ পালো। ল'ৰা ছোৱালী দুটিও খুব মিলিব।

ৰাক মই এতিয়া আহোঁ তুমিও অকণমান জিৰাই লোৱা" বুলি কৈ পূৰ্ণিমা ওলাই গল ।

## চতুৰ্বিংশ অধ্যায়

কেপ্তেইন মুকুল সম্পূৰ্ণ ভাল হৈ দুমাহ মানৰ আগতে হস্পিতালৰ পৰা গ'ল । হস্পিতালখন আহল বহল ঠাইত সজা বাবে এটা ৱাৰ্দ'ৰ পৰা আনটো ৱাৰ্দলৈ যথেষ্ট ব্যৱধান আছে আৰু ৰ'দে বৰষুণে সুবিধা মতে অহা যোৱা কৰিবলৈ ইটোৰ লগত সিটোৰ সংলগ্ন কৰি চালি দিয়া বাট আছে । তেনেকুৱা এটা বাটেদি চিষ্টাৰ বাওঁতে সিফালৰ পৰা হাতত বেতৰ এডাল লৈ মেজৰ মুকুল আহি থকা দেখিলে । মুকুল প্ৰমোচন পাই এতিয়া মেজৰ হ'ল । তেওঁলোক দুয়ো ওচৰ চপাত 'গুড মৰ্নিং চিষ্টাৰ' বুলি মেজৰে মাত লগালে আৰু চিষ্টাৰেও 'গুড মৰ্নিং মেজৰ' বুলি হাঁহি মাৰি অভিবাদন জনালে আৰু ক'লে—

"আপোনাৰ সাহসিকতাৰ কাৰণে একচেলাৰেট প্ৰমোচন (Excalaratc Promation) হ'ব বুলি আমি শুনিয়েই আছিলো। কনগ্ৰেচুলেশ্যন ।'

এটা হাঁহি মাৰি মেজৰে ক'লে— "থেংক ইউ ।"

তাৰপাছত তেওঁলোক দুয়ো দুই এষাৰ কথা পতাৰ পিচতে মেজৰে ক'লে—

"মই অলপ দীঘলীয়া ছুটিত গুৱাহাটীৰ ঘৰলৈ যাব খুজিছোঁ ।" চিষ্টাৰে অলপ সময় তলকা মাৰি লাহে লাহে ক'লে,— "মযো এবাৰ গুৱাহাটীৰ ফালে যাবলৈ ইচ্ছা কৰিছিলোঁ। মই নিজৰ ঘৰ এৰি আহিৰ লগা হোৱাত চিঠি পত্ৰ দিও কাৰো পৰা উত্তৰ পোৱা নাই । আমাৰ বহুত বাংলাদেশী মানুহ ভাগি আহি গুৱাহাটীৰ বিভিন্ন ঠাইত সম্বন্ধীয়া মানুহৰ লগত আছে বুলি শুনিছো ।"

"মই অৱশ্যে তাত নতুনকৈ আহি থিতাপি লোৱা মানুহ বিলাকক ৰব ভালকৈ নাজানো। আপুনি যাব খোজে নেকি ?"

"হয় পিছে নতুন ঠাইলৈ যাবলৈ হলে অকলে মই মাইকী মানুহজনীনো কেনেকৈ যাওঁ ?"

মেজৰে টপৰাই মাত লগালে— "যদি যায় মোৰ লগতে ওলাওঁক। প্ৰথমে আমাৰ ঘৰতে উঠিবগৈ। তাৰ পিছত বিচাৰ খোচাৰ কৰি আপোনাৰ সম্বন্ধীয়া বা চিনাকি মানুহক পাবও পাৰো। যায় যদি মযো ভালেই পাম। কিন্তু মোৰ লগত গলে আপুনি এমাহ মানৰ বাবে যাব লাগিব।"

"আপোনাৰ তাত এইবাৰ কিবা বিশেষ কাম আছে নেকি ?" মেজৰে কথাটোৰ উত্তৰ নিদি মিচিকৃকৈ হাঁহি এটা মাৰিলে। চিণ্টাৰে তেওঁৰ হাঁহিৰ অৰ্থ যেন বুজি পালে আৰু ক'লে—

"কইনা বেজিনাই নেকি ?"

মেজৰে এইবাৰ এটা খোলা হাঁহি মাৰি ক'লে— "চিণ্টাৰ, ইউ আৰ ভেৰি ক্লেভাৰ (You are very clever). মই এতিয়াও বিয়াৰ কাৰ্ড ছপোৱা নাই। আপোনাকে আজি মই সৰ্বপ্ৰথম মুখেৰেই নিমন্ত্ৰণ দিলো।"

—"ধন্যবাদ, কিন্তু ইমান দীঘলীয়াকৈ ছুটি পাওঁ নে নাপাওঁ ?"

"আপোনাৰ ছুটিৰ কাৰণে চিন্তা কৰিব নালাগে। আপুনি আজি কালিতে দৰ্খাস্ত দিয়ক। মই যোৱাৰ আগতে চেকআপৰ কাৰণে কৰ্ণেল ডাক্তৰ চোপ্ৰাৰ লগত এই কেইদিনতে এটা 'এপইন্ট-মেণ্ট' ল'ম। তেতিয়া আপোনাৰ ছুটিৰ কথাটোও কৈ দিম বাৰু।"

ইয়াৰ পাছত দুয়ো দুইফালে গ'লগৈ।

## পঞ্চবিংশ অধ্যায়

আকস্মিক ছুটি হাতত থকাত চিণ্টাৰে পাচঁ দিনৰ ছুটি

একেলগে ল'লে। ছুটি লৈয়ে প্ৰথম দিনা তেওঁৰ থকা কোঠাটোৰ বেৰ চাল মজিয়া আদি পৰিস্কাৰ কৰাৰ লগতে যি অলপ বাকচ পত্ৰ আদি বস্তু আছিল সকলো বিলাক পৰিস্কাৰ কৰিবলৈ লাগিল। লগতে সময়ৰ অভাৱত কেইবাদিনো পেলাই থোৱা তেওঁৰ কাপোৰ কানি কেইখনমানো ধুলে। এইদৰেই কাম বন কৰি অলপ বেলিকৈ থোৱা বোৱা কৰি তেওঁ কাপোৰ এখন পাৰি বিছনাতে বাগৰ দিলে। কাৰণ সেইদিনা তেওঁ বিছনা চাদৰ গাৰু আটাইবিলাক ৰ'দত দিছিল। কাম বন কৰি আলস্য লাগিছিল যদিও বিছনাত পৰি তেওঁৰ টোপনি অহানাছিল। দিনত শোৱা তেওঁৰ অভ্যাসো নাই। ছুটিৰ কেইদিন তেওঁনো কি কৰিব ভাবি থাকোতেই বীৰেন্দ্ৰ প্ৰতাপ সিঙলৈ মনত পৰিল। বীৰেন্দ্ৰই তেওঁক কেইবাদিনো ঘৰলৈ নিমন্ত্ৰণ কৰিছিল কিন্তু তেওঁহে যাব পৰা নাছিল। তেওঁ ভাবিলে পিছদিনা যিহেতু অফিচ-কাছাৰী বন্ধ আছে, বীৰেন্দ্ৰ সিঙো বোধকৰো কামলৈ নাযাব। তাকে ভাবি তেওঁ পিছদিনা পুৱা ভাগতেই তেওঁৰ ঘৰলৈকে এপাক মাৰি আহিবগৈ বুলি ঠিক কৰিলে। সেইমতে পিছদিনা পুৱা তেওঁ চাহটোপা খাই বীৰেন্দ্ৰ সিঙৰ ঘৰলৈ বাবলৈ ওলাল। তেওঁ সিঙৰ ঘৰটো দেখা নাই কিন্তু ঠাইডোখৰৰ কথা আগেয়ে বীৰেন্দ্ৰ সিঙৰ পৰা শুনিছে। তেওঁ অ'ট ৰালাক সেই ঠাইলৈকে লৈ যাবলৈ ক'লে। এইদৰেই আধাঘন্টামান অ'টতে আহি অনুমান কৰিলে যেন সেইঠাইডোখৰ পাইছেহি। এনেতে বাটৰ কাষতে থকা ঘৰ এটাৰ সন্মুখত অকনমান ল'ৰা এটিৰ হাতত ধৰি এগৰাকী মহিলা থিয় হৈ থকা দেখিলে। তেওঁৰ ওচৰ পাওঁতেই অ'টখন ৰখাবলৈ ক'লে। মানুহ গৰাকীক সম্ভ্ৰান্ত মহিলা যেন দেখি চিঙাৰে অ'টত বহি থকাৰ পৰাই তেখেতক বীৰেন্দ্ৰ সিঙৰ ঘৰৰ কথা সুধিবলৈ ভাল নাপাই অ'টৰ পৰা নামিল। আৰু মানুহ গৰাকীৰ ওচৰলৈ আগুৱাই গৈ এটি নমস্কাৰ জনাই সুধিলে—

"আপুনি বাৰু বীৰেন্দ্ৰ সিং কন্‌ট্ৰেক্টৰৰ ঘৰ চিনি পায় নেকি ? মোক তেখেতৰ ঘৰটো ক'ত ক'বনে ?"

ভদ্ৰমহিলা গৰাকীয়ে আগ্ৰহেৰে ক'লে— অকণমান আগুৱাই যাওঁক বাটৰ কাষতে দুটা পকী ঘৰ দেখিব তাৰ প্ৰথমটো মিঃ মেহৰাৰ ঘৰ, দ্বিতীয়টোৱেই তেখেতৰ ঘৰ ।

'ধন্যবাদ।" চিষ্টাৰ আহি আকৌ অ'টত উঠিল। অলপ মান গৈয়েই তেওঁৰ নিৰ্দেশত সিওঁৰ ঘৰৰ গেটৰ মুখত অ'ট ৰ'ল। তেওঁ অ'টৰ ভাৰাদি গেটখন খুলিবলৈ আগবাঢ়িল । সেই সময়ত সিং তেওঁৰ ঘৰৰ আহল বহল পৰ্টিকতে বহি আছিল । মাইকী মানুহ গৰাকীক দূৰৰ পৰা দেখিছিল যদিও তেওঁ মানুহ গৰাকীক ভালকৈ চিনি পোৱা নাছিল, মানুহ গৰাকীলৈ দূৰৰ পৰাই চাই থাকি বহা চকীতে বহি থাকিল । কিন্তু তাৰ পাছত গেটখন খুলি মানুহ গৰাকী সোমাই আহোঁতেই তেওঁ ল'ৰাললিকৈ গৈ হাঁহি মুখেৰে আগবঢ়াই আনিলেগৈ । বীৰেন্দ্ৰ সিঙে চিষ্টাৰক যুৱত কাপোৰ মাৰি থকা নাৰ্চৰ ৰূপতহে দেখিছিল, আজি অন্য মহিলাৰ দৰে ধুনীয়াকৈ শাৰী পিন্ধি অহাত প্ৰথমতে চিনি পোৱা নাছিল । চিষ্টাৰেও এই কথা বুজিব পাৰিছিল । তেওঁ ৰগৰ কৰি ক'লে— 'আজি নিশ্চয় আপুনি মোক প্ৰথমতে চিনি পোৱা নাছিল ।"

সিঙে উত্তৰ দিলে— "আপুনি ঠিকেই ধৰিছে । এগৰাকী মহিলাক লৈ এনেকুৱা ঘটনা মোৰ আগেয়ে এবাৰ ঘটিছিল । বাৰু আহক, আগবৰি বহকছোন । মই কম বাৰু ।" চিষ্টাৰক নি তেওঁৰ সুসজ্জিত ড্ৰইংৰুমতে বহুৱালে । খন্তেক পাছতে সিঙে কৰ খোজা কথাবাৰ শুনিবলৈ বেছিপৰ ৰব নোৱাৰি চিষ্টাৰে ক'লে—

"আপুনি কব খোজা মানুহ গৰাকীৰ কথা কওঁকচোন বাৰু শুনো ।" সিঙে অকণমান হাঁহি এটা মাৰি ক'লে

"কিনো কব, সি এটা কমেডি অৱ এৰৰৰ দৰেই কথা। মিচ্ বাঙ্গচাল এগৰাকী হাইকোৰ্টৰ নামজ্বলা এডভোকেট। তেখেতক মই মাজে সময়ে কিবা কামত হাইকোৰ্টলৈ যাওঁতে এডভোকেটৰ সাজতহে দেখিছিলো আৰু সাধাৰণ ভাবে চিনাকিও আছিল। আজি আপোনাৰ দৰে তেখেতো এদিন মোৰ ওচৰ-চুবুৰীয়া প্ৰফেচাৰ মেহেৰাৰ ঘৰলৈ আহিছিল। তেখেতেও সেইদিনা আপোনাৰ দৰেই সাধাৰণ সাজ পিন্ধি আহিছিল। মোক বাটৰ কাষতে পাই তেখেতে নিজেই চলাই অহা গাড়ীখন ৰাখি মেহেৰাৰ কথা সুধিলে। মই খুব ভদ্ৰভাবেই কিন্তু অচিনাকি মানুহৰ দৰে তেওঁৰ কথাৰ উত্তৰ দিলো তেওঁ তেতিয়া মিচিকুকৈ হাঁহি এটা মাৰি নিজৰ চিনাকি দি সুধিলে মই তেওঁক চিনি পোৱা নাই নেকি। ময়ো কথাটো স্বীকাৰ কৰি তেখেতৰ ওচৰত ক্ষমা খুজিলো।

চিট্টাৰে এইবাৰ ক'লে— "মাইকী মানুহৰ ক্ষেত্ৰত বহুত পুৰুষৰেই কেতিয়াবা অকামান মতিভ্ৰম হোৱাটো একো আচৰিত কথা নহয়।" বুলি এটা হাঁহি মাৰিলে। ইয়াৰ পাছত তেওঁ ক'লে— 'আপোনাৰ এই ড্ৰইংৰুমটো বেছ আহল বহল আৰু আজিৰ যুগৰ টি ভি আদি আমোদ-প্ৰমোদও সকলো বস্তুকে ৰাখিছে আৰু এই সুন্দৰ আলমাৰীটোৰ ভিতৰত দুটামান সুন্দৰ বটলো দেখিছো।" বুলি আকৌ এটি হাঁহিৰে ক'লে,— "বাৰু এতিয়া বলকচোন, আপোনাৰ ঘৰখনকে দেখুওৱাক।"

সেইদিনা সিং ঘৰতে থকা কাৰণে ঘৰৰ গোটেই বিলাক দুৱাৰ খিৰিকি বন্দ বতাহ সোমাবৰ কাৰণে খুলি ৰখাত ঘৰটো বৰ মুকলি মুকলি লাগিছিল। এটা এটাকৈ ড্ৰইংৰুম, কিচেন, গেষ্টৰুম, বেদৰুম, বাথৰুম, সকলো চিট্টাৰক দেখুৱালে। দামী মাৰ্বল পাথৰ আদিৰে সজোৱা বাথৰুম দামী দামী পানীৰ কল, লাইট ফেন আদিৰে ঘৰটো সুসজ্জিত। বিচনা পত্ৰ সকলো সৰ্ব্বাধুনিক।

কিন্তু চাই ফুৰোতে চিষ্টাৰৰ এনে ভাব হ'ল— এইখন গৃহস্থীৰ ঘৰ যেন নালাগে দেখোন। তেওঁ তেতিয়া ওচৰতে থিয়দি থকা সিঙক সুধিলে— "আপোনাৰ মিচেচ্ নাই নেকি?" সিঙে সাধাৰণ ভাৱেই উত্তৰ দিলে— "হয়, নাই।"

—"তেখেত কৰবালৈ গৈছে নেকি?"

—"হয়।"

—"কেতিয়ামানে আহিব?"

এই প্ৰশ্ন শুনি সিঙে অলপ গম্ভীৰ মাতেৰে ক'লে— "তেওঁ আৰু ঘূৰি অহাৰ কথা নাই চিষ্টাৰ।" কথাষাৰ শুনি চিষ্টাৰ হতভম্ব হ'ল আৰু মুখৰ মাত হেৰুৱাই তেওঁ ঠাইতে থিয়দি ৰ'ল। তেওঁৰ অৱস্থা বুজিব পাৰি সিঙে সহজ ভাবেই মাত লগালে—

"চিষ্টাৰ আপোনাৰ কি হ'ল?" —চিষ্টাৰ যেন অলপ প্ৰকৃতিস্থ হ'ল আৰু ক'লে— "ব'লক আমি বাহিৰতে বহোগৈ।" এইবুলি কৈয়েই চিষ্টাৰ গৈ ড্ৰইংৰুমৰ আগতে বহা চকী এখনতে বহিলগৈ। সিঙে ৰন্ধাঘৰলৈ গৈ ৰান্ধনি ল'ৰাটোক কিবা দুটামান কথা কৈ পিচফালৰ বাৰাণ্ডাখন মচি থকা মাইকী মানুহজনীকো কিবা দুটামান কৰিবলৈ দেখুৱাই আগৰ দৰে চিষ্টাৰৰ ওচৰতে বহিলহি। চিষ্টাৰে এইবাৰ মাত লগালে—

"সিং, আপোনাৰ মিচেচৰ কথা শুনি বৰ আচৰিত হ'লো। মই আপোনাক চিনি পোৱাৰ দিনৰে পৰা আপোনাৰে চাল চলন কথা-বতৰা আৰু লগতে কাম কাজ দেখি এজন কাৰ্য্যদক্ষ মহাসুখী লোক বুলিয়েই ভাবিছিলো।"

সিঙে উপৰাই মাত লগালে— "চিষ্টাৰ, মই এতিয়াও বেছ সুখতেই আছো।"

"অকালতে স্বামীহাৰা পত্নী আৰু পত্নীহাৰা পুৰুষৰ জীৱনত কি সুখ তেনেকুৱা জীৱনৰ অভিজ্ঞতা মোৰো অলপ

আছে। মোৰ আগত অপুনি নিজকে লুকুৱাই ৰাখিব নোৱাৰিব। বাক বেয়া নাপায় যদি কওঁকচোন সিং, আপোনাৰ এই সুখী জীৱনটো কেনেকৈ বিপর্যয়ৰ সন্মুখীন হ'ল? কথাষাৰ শুনি বীৰেন্দ্ৰ সিঙৰ মুখ খনি যেন মোলান পৰি গ'ল। তেওঁৰ যেন আৰু পোনপটীয়াকৈ চিট্টাৰৰ মুখলৈ চাই কথা পতাৰ সাহসটো হেৰাই গ'ল। তেওঁৰ ওচৰতে থকা খিৰিকি খনৰ বাবে বাবে উৰি আহি মুৰত আমনি দি থকা পাতল পৰ্দাখন এহাতেৰে ধৰি বাহিৰ ফালে চাই ক'লে—

"চিট্টাৰ আপুনি মোক সম্পূৰ্ণ নিজৰ দৰে ভাবি সেইদিনা আপোনাৰ জীৱনৰ সকলো কথা খুলি কৈছিল। মোৰ উৰলি যোৱা জীৱনটোৰ কথাও আজি আপোনাক ক'ম।" —এনেতে ল'ৰাটোৱে আহি তেওঁলোকৰ সন্মুখত সুন্দৰকৈ সজাই পৰাই ট্ৰেখনত মিল্ক পট্ চুগাৰ পট্, টি পট আৰু শেষত মিঠাই আৰু অমলেট আদি থলেহি। সিঙে টি. পটৰ পৰা চাহ ঢালি দিব খোজোতেই চিট্টাৰে তেওঁৰ হাতৰ পৰা টি. পটটো লৈ— "মইয়েই চাহখিনি কৰোঁ" বুলি কাপত চাহ ঢালিলে। ইযাৰ পাছত একাপ চাহ সিঙৰ হাতত দি খোৱা বস্তুৰ ডাঙৰ থালখন সিঙৰ আগত দাঙি ধৰিলে। সিঙে তাৰে এটা হাতত লৈ প্লেটত থকা এটা বিশেষ বস্তু দেখুৱাই চিট্টাৰক ক'লে "এইটো আপুনিয়ে খাওঁক, স্পেচিয়েল মিঠাই, মাত্ৰ এটাহে আছে।" —চিট্টাৰে একো নকৈ অকণমানকৈ হাঁহি এটা মাৰি চুৰী খনেৰে ডাঙৰ মিঠাইটো দুটুকুৰা কৰি ক'লে— "বাটি খালে আঁটি যায়, নহয় জানো মিষ্টাৰ সিং?" বুলি কৈয়েই এটুকুৰা মিঠাই সিঙৰ ফালে আগবঢ়াই দিলে। ইয়াৰ পাছত দুয়ো চাহ খোৱাত লাগিল। সিঙে এইবাৰ ক'লে -

"চিট্টাৰ ক'ব লাগিলে মোৰ কথা অলপ দীঘলীয়া হ'ব। আপোনাৰ আজি সময় হ'ব জানো?"

"চিন্তা নকৰিব, মই কালিবে পৰা পাচঁদিনৰ কাৰণে 'কেজুৱেল লিভ' লৈছো।" ইয়াৰ পাছত সিঙে পিন্ধি থকা হাতৰ ঘড়ীটোলৈকে চাই চাই তেওঁৰ জীৱনত ঘটি যোৱা বহুত কথাৰ লগতে তেওঁৰ পত্নী ৰঞ্জিতা কৌৰ কি অৱস্থাত পৰি আঁতৰি গ'ল এই সকলো কথা চিষ্টাৰক বিৱৰি ক'লে। চিষ্টাৰৰ এই বিষাদ বেদনাৰ কথাবোৰ শুনি আৰু বিশেষকৈ এগৰাকী নাৰীৰ কাৰণেই সিঙৰ দৰে এটা সম্ভাৱনাপূৰ্ণ জীৱন সঙ্গীবিহীন হৈ যোৱা বুলি শুনি নিজৰ বিগত জীৱনলৈ মনত পৰিল, আৰু সিঙৰ প্ৰতি এটা সহানুভূতিৰ ভাৱ তেওঁৰ উদয় হ'ল।

"আপোনাৰ ধন সম্পত্তি সকলো আছে আৰু স্বাস্থ্যও অটুত আছে। আপুনি এনেদৰে জীৱনটো ব্যৰ্থ হবলৈ নিদিব।"

"চিষ্টাৰ, মোৰ ধন সম্পত্তিয়ে মোৰ জীৱনৰ ব্যৰ্থতাৰ কালে টানি নিলে। ৰঞ্জিতাক তাইৰ সকলো আশা আকাঙ্খা পূৰণ কৰিবলৈ কৰা মোৰ মন আৰু ধন মোৰ জীৱনৰ ব্যৰ্থতাৰ কাৰণ হৈ পৰিল। আপুনি কোৱাৰ দৰে ৰঞ্জিতাই মোক এৰি থৈ যোৱাৰ পাছতেই মোলৈ এটা ভাল প্ৰস্তাৱ আহিছিল; সেই প্ৰস্তাৱ আদৰনীয়ও আছিল। কিন্তু সেই সময়ত মোৰ ডুজনী ভনী বিয়া দিবলৈ বাকী আছিল। সিহঁত ডুজনীক উলিয়াই নিদিয়ালৈকে পুনৰ মোৰ কথা ভাবিবলৈ মা-দেউতাই ইচ্ছা নকৰিলে। তাৰ পাছত মোৰ মামাৰ ল'ৰা ছোৱালী দুয়োটাৰে বিয়াৰ কথা ওলাল। সেই সময়ত মামাৰ আৰ্থিক অৱস্থা বৰ ভাল নাছিল। সমাজৰ মাজত সন্মান ৰাখিবলৈ ধাৰ কৰিও আমাৰ বিয়া বিলাকত যথেষ্ট খৰচ কৰিব লগা হয়। মামাৰ ল'ৰা-ছোৱালী দুটাৰ বিয়াৰ বাবে মামাই মোৰ ওপৰতে বিশেষকৈ নিৰ্ভৰ কৰিছিল। মই অকলশৰীয়া হৈ থকাৰ কাৰণে মই বিয়া কৰালেই মোৰ পৰা সহায় সাৰথি পোৱাত অসুবিধা হ'ব বুলি মোৰ সেই সম্বন্ধীয় সকলোৱে

মোৰ বিয়াৰ কথা কেতিয়াও ভুলিয়ায়। অৱশ্যে মায়ে মাজে সময়ে মোৰ বিয়াৰ কথা ভাবে কিন্তু মোৰ বৰ্ত্তমান বয়সৰ উপযোগী এগৰাকী এতিয়াও চকুত পৰা নাই আৰু সেইকাৰণে কেৱল কৰ্ম্মৰ মাজতেই নিজকে ব্যস্ত ৰাখিছো।"

—"মিং আপোনাৰ দৰে সু-স্বাস্থ্যৰ আৰু ধন সম্পত্তিৰ অধিকাৰী এজন লোকৰ বাবে এতিয়াও এগৰাকী উপযুক্ত নাৰী ওলাব বুলিয়েই মই ভাবো।"

"চিষ্টাৰ মই এতিয়া সকলো ভগৱানৰ ওপৰতে এৰি দিছো। আমাৰ শাস্ত্ৰই কয়— জন্ম, মৃত্যু, বিবাহ বোলে ঈশ্বৰৰ ইচ্ছাতেহে হয়। সেইদিনা আপুনি মোক কোৱা আপোনাৰ বিগত জীৱনৰ কথাবিলাক শুনি আপোনাৰ কথা মই চিন্তা কৰিবলৈ বাধ্য হৈছিলো। আজি মই আপোনাক মোৰ ঘৰত অকলে পাই কিবা সুবিধা লৈছো বুলি নাভাবিলে মই এষাৰ কথা আপোনাক সুধিব খোজো, আপুনি এতিয়াও ভৱিষ্যত জীৱনৰ বিষয়ে কিবা ভাবে নেকি?"

চিষ্টাৰে খুব সহজ ভাবেই উত্তৰ দিলে—"মই আগেযে ভবা নাছিলো কিন্তু আজি অলপ দিনৰ পৰা মই মাজে মাজে কিবা কিবি ভাবো। ইয়াৰ হয়তো কাৰণো আছে।

—আজি চুমাহমান আগতে ঘাটে ঘাটে লগ পালে সদায় ঘৰলৈ মাতি থকা কাৰণে মই সুমিত্ৰা বাইদেউৰ ঘৰলৈ গৈছিলো তেখেত শিক্ষা বিভাগৰ উচ্চস্তৰৰ বিষয়াৰ পদবীত থাকি আজি এবছৰ মানৰ আগতে অৱসৰ গ্ৰহণ কৰিছে। মই যোৱা দেখি খুউব আনন্দ পালে। এনেকুৱাতে তেওঁৰ লগত থকা ছোৱালীজনীয়ে তেখেতক খাবলৈ এটা পটত চাহ আৰু কাপ আদি দিছিলহি। মই যোৱা মাত্ৰকে তেখেতে শুই থকা বিছনাৰ কাষৰ খিৰিকিৰে মোক দেখি তেওঁৰ শোৱা বিছনাৰ ওচৰলৈ মতাই নিয়াই বিছনাৰ কাষতে মোক বহিবলৈ দিলে আৰু তেখেতেওঁ বেৰৰ কালে গাৰু

এটা দি আউজি বহিল। পুতলি বোলা ছোৱালীজনীক আৰু এটা কাপ আনিবলৈ দি বাইদেউৰে ক'লে –

"চাহ টোপা খাকাচোন, মোকো অকণমান দিয়া।" মই সুধিলো, "বাইদেউ আপোনাৰ গাটো বেয়া নেকি?"

"এৰাহে, এতিয়া এই বয়সত গাৰ অসুখ-বিসুখ হলে বৰ কষ্ট। কোনো দিওঁতা, থওঁতাও নাই। বেঙ্কত মাত্ৰ টকা দুটামান আছে, এতিয়াহে বুজিছো বিয়াবাক নকৰাই থাকিলে বিশেষকৈ মাইকী মানুহৰ বুঢ়া হ'লে কি অৱস্থা হয়। বুজিছা মেহেৰ, তুমি মোৰ ছোৱালীৰ দৰেই, মোৰ অৱস্থা এতিয়া দেখিছাই নহয়। আগতে যি হ'ল হ'ল— সেইকথা বাদ্ দিয়া। তোমাৰ এতিয়াও সময় উকলি যোৱা নাই। তোমাকো মই সোনকালেই কিবা এটা কৰিবলৈকেহে কওঁ।"

ইয়াৰ পাছত বাইদেউৰ লগত সুখ-দুখৰ কিছু কথা পাতি গুচি আহিলো। কিন্তু বাইদেউৰ মুখৰ কথা শুনি ভাৱনা চিন্তাতেই সেই ৰাতি মোৰ টোপনি নাহিল। সেইকাৰণে কেতিয়াবা এইবোৰ কথা ভাবিবলৈ বাধ্য হৈ পৰো।"

কথাখিনি শুনি ৰীবেন্দ্ৰ সিঙে যেন অকণমান চিন্তা কৰিলে।

—"মই ভাবো আপুনি ভাল চিন্তাই কৰিছে। সমস্যা বহুল এই কুটিল জগতখনত স্বাৱলম্বী হলেও এগৰাকী নাৰীয়ে অকলশৰে বাস কৰি সুখ শান্তিত থাকিব পৰা পৰিবেশ আমাৰ দেশত এতিয়াও নাই বুলিয়েই মোৰ ধাৰণা। বয়সৰ ফালৰ পৰা চালে এতিয়াও আপোনাৰ এজন উপযুক্ত সঙ্গী লোৱাৰ সময় পাৰ হৈ যোৱা নাই।"

চিণ্টাৰে ক'লে—"সেইটো অৱশ্যে আপুনি ঠিকেই কৈছে। কিন্তু মোৰ অতীতৰ কলংকিত জীৱনৰ কথা শুনিলে মোক গ্ৰহণ কৰিবলৈ কোনোবা আগবাঢ়ি আহিব? মোৰ অতীত

জীৱনৰ কথা লুকুৱাই থৈ প্ৰৱঞ্চনা কৰি এজন পুৰুষৰ স্ত্ৰীৰ মৰ্য্যাদা আদায় কৰিবলৈ মোৰ বিবেকে নকয়।" কথাষাৰ শুনি বীৰেন্দ্ৰ সিং অভিভূত হৈ পৰিল আৰু চিন্তাৰৰ মুখলৈ একেবাৰে পোনপটীয়াকৈ চাই সবলভাৱে ক'লে— "মোৰ অনুৰোধ আপুনি সদায় নিজকে কলংকিনী বুলি ভাবি নাথাকিব। মন কলংকিত নহ'লে শৰীৰৰ কলংক চিৰস্থায়ী হৈ নাথাকে। আপোনাৰ অতীত বৰ্ত্তমানৰ সকলো কথা জানিও যদি কোনোবাজনে আপোনাৰ প্ৰতি আগ্ৰহ দেখুৱায়, আপুনি সন্মতি জনাবনে ?"

—এনেকৈ কৰা এটা পোনপটীয়া প্ৰশ্নৰ উত্তৰ দিবলৈ চিন্তাৰ যেন অলপ অসুবিধাত পৰিল আৰু বয়স কিছু হলেও নাৰীৰ স্বভাৱজাত লজ্জাই তেওঁৰ মুখৰ মাত যেন কাঢ়ি নিলে। ক্ষন্তেক পৰ তলকা মাৰি থাকি চিন্তাৰে ক'লে— "মই অলপতে কিছুদিনৰ কাৰণে চুটিলৈ গুৱাহাটীলৈ যোৱাৰ কথা ভাবিছো আৰু · ··।" তেওঁ আৰু কিবা কোৱাৰ আগতেই বীৰেন্দ্ৰ সিঙে সুধিলে— হঠাতে যে গুৱাহাটীলৈ যোৱাৰ কথা ভাবিলে ?

—"শুনিছো আমাৰ বাংলাদেশৰ পৰা বহুত মানুহ ভাগি আহি অসমৰ গুৱাহাটীতে আছেহি। মই আশা কৰিছোঁ তালৈ গ'লে কিজানি আমাৰ কোনো লগা ভগা বা চিনাকি মানুহ লগ পাম। মেজৰ মুকলে তেওঁৰ বিয়াৰ বাবে মোকো নিমন্ত্ৰণ দিছে আৰু তেওঁৰ লগতে মোক গুৱাহাটীলৈ লৈ যাবলৈকো ইচ্ছা প্ৰকাশ কৰিছে। এই কণ সুবিধা পাইছে মই যাবলৈ ওলাইছো।"

"আপুনি ভালেই কৰিছে, কিন্তু সেইবোৰ ডাঙৰ মানুহৰ ঘৰৰ বিয়া। সেই সমাজত খাপ খোৱাকৈ আপুনি ভাল কাপোৰ কানি নিশ্চয় লগত নিব।"

"মই চাকৰিত সোমোৱা জীৱনৰ পৰা তেনেকৈ বিয়া সবাহলৈ যাবলৈ নিমন্ত্ৰণ প্ৰায় পোৱাও নাই আৰু যোৱাও নাই। আজি

কালি কাপোৰ কানিৰ যিহে দাম হৈছে, আমাৰ নিচিনা মানুহৰ মন গলেও যোগাৰ কৰা টান হৈ পৰিছে।" বীৰেন্দ্ৰ খপকৈ ঠিয় হ'ল আৰু ক'লে— "চিষ্টাৰ আপুনি এখন্তেক বহকচোন, মই এতিয়াই আহিছো।" বীৰেন্দ্ৰ ভিতৰলৈ উঠি গ'ল, আৰু বহি থকাৰ পৰাই চিষ্টাৰে অলপ খুট-খাট শব্দ শুনি আন্দাজ কৰিলে তেওঁ যেন কোঠাৰ ভিতৰত কিবা আলমাৰী আৰু বাকচ খুলিছে। ইয়াৰ পাছত সুন্দৰ এটা কাগজৰ পেকেটত লৈ আহি চিষ্টাৰৰ সন্মুখতে বহিলহি আৰু পেকেট খুলি তাৰ ভিতৰৰ পৰা শাৰী এখন উলিয়াই চিষ্টাৰৰ হাতত দি ক'লে— "চাওঁকচোন, এইখন বাঙ্গালোৰৰ পৰা অনা চিল্কৰ শাৰী। শাৰীখন কেইবছৰমান আগতে অনা যদিও কেতিয়াও ব্যৱহাৰ কৰা হোৱা নাই। অনাৰ দৰেই আছে।" ভাৰতীয় নাৰীৰ শাৰীৰ প্ৰতি এটা বিশেষ মোহ আছে। শাৰীৰ প্ৰতি এটা বিশেষ মোহ চিষ্টাৰৰো আছে। হাতত পায়ে চিষ্টাৰে শাৰীখন মেলি চাই খুব প্ৰশংসা কৰি ক'লে— "এইখন অতি ধুনীয়া শাৰী। আপোনাৰ 'চিলেকশ্যনক' প্ৰশংসা নকৰি নোৱাৰিলো।" উত্তৰত সিঙে ক'লে— "মোৰ ঘৰত আৰু এই শাৰীৰ প্ৰযোজন নাই। নিতান্ত বন্ধু ভাবেৰে আপো-নাকেই প্ৰেজেন্ট কৰিছো। ৰিফিউজ নকৰিব।" চিষ্টাৰ খুব আচৰিত হ'ল লগতে আনন্দিত আৰু শংকিত ও আৰু ক'লে—

'মিষ্টাৰ সিং, ইয়াৰ লগত কোনো কথা সাঙোৰ খাই থকা নাইতো ?

সিঙে উত্তৰ দিলে— 'তেনেকুৱা কথা আপুনি নাভাবিব, বিয়ালৈ যাবলৈ এখন শাৰীৰ আপোনাৰ নিতান্তই প্ৰয়োজন আৰু এই মূল্যবান বস্তুটি মোৰ ইয়াত এনেয়ে পৰি আছে। আজি আপোনাক দিবলৈ পাই বৰ আনন্দ পাইছো। এজন ডাঙৰ পণ্ডিতে এষাৰ কথা কৈছিল— "চৰাইৰ কাৰণে বাহ আৰু মকৰাৰ

কাৰণে ভাল যেনেকুৱা মানুহৰ কাৰণে বন্ধুত্বও তেনেকুৱাই। আপুনিও এতিয়া মোৰ এক তেনেকুৱা বান্ধৱী।" বীৰেন্দ্ৰ সিঙে এইদৰে কোৱাৰ পাছত চিত্ৰাৰে বীৰেন্দ্ৰৰ উপহাৰটো প্ৰত্যাখ্যান কৰিব নোৱাৰিলে আৰু ক'লে—

"আপোনাৰ সৰলতাৰ কাৰণে ধন্যবাদ দিছো, কিন্তু আপোনাৰ বদান্যতাৰ কাৰণে কি দিব পাৰো?"

সিঙে একে আষাৰে উত্তৰ দিলে— "আপুনি মোৰ উপহাৰ গ্ৰহণ কৰি মোক এটা অনাবিল আনন্দ দিছে। প্ৰতিদান বা উপহাৰ স্বৰূপে মানুহে মানুহক দিব পৰা অকণমান নিৰ্মল আনন্দই সৰ্বশ্ৰেষ্ঠ মহৎ জানো? চিত্ৰাৰ, দুপৰীয়া খাবৰ সময়েই হ'ল। আপুনিও দুটামান ইয়াতে খাই যাওঁক।"

"নাই নাই সিং, আজি থাওঁক বাৰু।"

বীৰেন্দ্ৰ সিঙো চিত্ৰাৰৰ লগতে থিয় হ'ল আৰু ওচৰতে টেবুলৰ ওপৰত থকা গাড়ীৰ চাবিটো লৈ "মইয়ে থৈ আহোগৈ" বুলি চিত্ৰাৰক লৈ তেওঁৰ দুৱাৰ মুখতে থকা গাড়ীৰ ওচৰলৈ গ'ল। মাৰুতিখনৰ আগফালৰ দুৱাৰখন খুলি দি চিত্ৰাৰক বহুৱাই দুৱাৰ খন বন্ধ কৰি দি লগতে ড্ৰাইভাৰৰ ছিটত তেওঁ বহি গাড়ী চলাই দিলে। এইদৰে সৈ অলপ পাছতে চিত্ৰাৰ থকা ঠাই পালেগৈ। গাড়ীখন ৰখাই নামি আহি চিত্ৰাৰক দুৱাৰখন খুলি দিলে আৰু চিত্ৰাৰ গাড়ীৰ পৰা নামোতেই বীৰেন্দ্ৰই ক'লে—

"আপুনি গুৱাহাটীৰ পৰা ঘূৰি আহি এসাজ ভাত মোৰ ভাত খাব বুলি আশা ৰাখিলো।"

"বজনা-সুজনা ঠাইলৈ বাবলৈ ওলাইছো, ভালে ভালে যদি ঘূৰি পাওঁহি, চিন্তা নকৰিব, সকলো হ'ব।" বুলি কৈ চিত্ৰাৰ তেওঁৰ কোঠাটোলৈ সোমাই গ'ল চিত্ৰাৰৰ কথাবাৰত আশা ব্যঞ্জক সঁহাৰিৰ ইঙ্গিত পাই আনন্দ মনেৰে বীৰেন্দ্ৰই গাড়ী ষ্টাৰ্ট দিলে,

# ষষ্ঠবিংশ অধ্যায়

আজি কালি ল'ৰা-ছোৱালী বিলাকৰ জন্ম দিন পতাটো বিশেষকৈ নগৰ-চহৰ বিলাকত এটা নিয়মৰ দৰেই হৈ পৰিছে। বেজিনা বাপেক মাকৰ একমাত্র সন্তান আৰু খানবাহাদুৰৰ ঘৰৰ আদৰৰ ছোৱালী। বাপেকে খুৰছেদৰ বেজিনাৰ জন্মোৎসৱ পতাটো আৰু তাই খিচৰামতেই জন্মদিনত কিবা এটা ভাল উপহাৰ দিয়াটো এটা চখ। বেজিনাৰ বিয়াও এই বছৰৰ শীত কালতে পাতিবৰ কাৰণে ঠিক কৰিছে। গতিকে তাইৰ এইটোৱেই মাক দেউতাকৰ ঘৰত জন্মদিনৰ শেষ উৎসৱ। বাপেক মাকৰো এইবাৰ তাইৰ জন্মদিনটো অলপ ভালকৈ পতাৰ ইচ্ছা। ইফালে জন্মদিনলৈ এমাহ থাকোতেই বেজিনাই দেউতাকক ক'লে—

"বাবা, এইবাৰ জন্মদিনত মোক তুমি কি দিবা? দেউতাকে উত্তৰ দিবলৈ নৌ পাওঁতেই তাই নিজেই আকৌ ক'লে—

"মোক এইবাৰ জাৰৰ দিনত পিন্ধিবলৈ এটা ফাৰ-কোট দিবা দেই।"

দেউতাকে ক'লে— 'দিম দিম মই সেইটোকে জন্মদিনত দিম বুলি ভাবিয়ে আছো।"

দেউতাকৰ কথা শুনি বেজিনাৰ আনন্দ কোনে চাই? ল'ৰ মাৰি গৈ তাই মাকক কলে গৈয়ে।

মাক নাজিমাই জন্মদিনৰ কেইদিনমান আগতে মাৰ বেগমক কথাটো জনালে আৰু এইবাৰ তাইৰ জন্মদিনটো অলপ যে ভাঙৰকৈ পাতিবৰ ইচ্ছা কৰিছে তাকো ক'লে; যোৰহাটৰ পৰা যোমায়েক খবিকদ্দিনো আহি পাইছে গতিকে অলপ গান বাজনাৰো আয়োজন কৰা হৈছে। বেগম চাহেবাই কথাটো শুনি খুব ভাল পালে আৰু জন্মদিনত কাক কাক মাতিব কি খুৱাব তাকো মাৰ জীয়েকে

আলোচনা কৰি ঠিক কৰিলে। তেওঁলোকৰ ঘৰৰে এতিয়া প্ৰায় এজন হৈ পৰা উগ্ৰসেন কাকতিক মাতিবলৈ নাজিমাকে ক'লে, সেইমতেই খুৰছেদইতে সকলো আযোজন কৰিলে আৰু খুৰছেদে ইচ্ছামতে তেওঁৰ দুই চাৰিজন বন্ধুক নিমন্ত্ৰন কৰিলে। জন্মদিনৰ পুৱাভাগতে নাজিমা কাকতিৰ ঘৰ ওলালগৈ; দুৱাৰত টোকৰ মৰাৰ লগে লগে বাহিৰৰ কোঠাতে বহি থকা কাকতিয়ে ইমান পুৱাতে নাজিমাক দেখি অলপ যেন চকখাই উঠাদি উঠিল। কিয়নো খানবাহাদুৰৰ গাটো ভাল নহয় বুলি তেওঁ শুনিছিল। নাজিমাক দেখিয়েই সুধিলে—"খান বাহাদুৰ কেনে আছে ?

"বাবা এতিয়া সম্পূৰ্ণ ভাল। মাজতে বক্তচাপে অলপ অসুবিধা কৰিছিল।"

কাকতি আশ্বস্ত হ'ল। "বহা বহা" বুলি নাজিমাক বহুৱাই নিজেও বহিল।

"ৰৰদেউতা আজি বেজিনাৰ জন্মদিন। আপোনাক কৈছি-লোৱেই ভাইৰতো বিয়া পালেহিয়েই, গতিকে আমাৰ ঘৰত তাইৰ এযেই শেষ জন্মদিন পালন কৰা হ'ব। মায়ে আপোনাক আজি ৰাতিৰ ভাত সাজ আমি সকলোৱে মিলি জুলি খাবলৈ আমাৰ ঘৰলৈ নিমন্ত্ৰণ কৰিবলৈ মোকে পঠালে। বাবাযো আপোনালৈ বৈ থাকিব। আপুনি নিজেও ৰবগীত আদি গায় আৰু গান শুনিও বৰ ভাল পায়। আজি সন্ধিয়া এখন গানৰ মজলিচৰো আয়োজন কৰিছো। আপুনি গান শুান নিশ্চয় ভাল পাব। আমিনাকো গাবলৈ ক'ম।" বেগম চাহেবাৰ প্ৰতি কাকতিৰ খুব স্নেহ শ্ৰদ্ধা আছে আৰু তেখেতে নিমন্ত্ৰণ জনাবলৈ জীয়েক নাজিমাক পঠোৱাত কাকতি বৰ আনন্দিত হ'ল। আৰু ক'লে— "নাজিমা, মোকো নিমন্ত্ৰণ কৰাত বৰ আনন্দ পালো। আগেয়ে পাবিছিলো যদিও এতিয়া ৰাতি মই পাহাৰৰ ওপৰৰ পৰা উঠা নমা কৰিবলৈ বৰ

অসুবিধা পাওঁ তাতে ভবিব জোৰো কমি আছিছে। তোমালোকে গাড়ীখন পঠালেও তলৰ ৰাস্তাতে ৰাখিব লাগিব। গতিকে বেগম চাহেবাক কবা যাব নোৱাৰাত যেন বেয়া নাপায়।"

আপুনি যাব পৰা হলে আমি সকলোৱে বৰ আনন্দ পালোহেতেন। কিন্তু যাব নোৱাৰে যেতিয়া কি কৰিব— বুলি নাজিমা যাবলৈ উঠিল।

"ৰবা, ৰবা, পুৱাতে আহিলা চাহ একাপকে খাই যোৱা।"

"নালাগে ৰবদেউতা, মোৰ আজি বহুত কাম আছে—এই মাত্র চাহ খাযেই গাড়ীখন লৈ এইখিনি পালোহি।"

'বেস্তে অকণমান ৰ'বা" বুলি কাকতি ভিতৰলৈ সোমাই গ'ল। বহা ঠাইৰ পৰাই নাজিমাই খিৰিকিৰে দেখিলে কাকতি তেওঁৰ ঘৰৰ পিছফালে ফলে ফুলে ভৰি থকা বাৰীখনত সোমাইছেগৈ। ক্ষন্তেক পিছতে কাকতিয়ে পকি ফাটি ৰঙা হৈ থকা ডাঙৰ ডালিম তিনিটা আনি নাজিমাৰ হাতত দি ক'লে—

"ইয়াৰেই মই বেজিনাগুনীক জন্মদিনত দীৰ্ঘজীৱন কামনা কৰিলো তাইক দিবাগৈ।"

মনৰ সন্তোষেৰে ডালিম কেইটা লৈ নাজিমা ঘৰলৈ উভতিল।

গানৰ মজলিচৰ কাৰণে খানবাহাদুৰৰ বঙলাৰ আহল বহল ড্রইংৰুমটোৰ পৰা চোফা-চকী আদি আতৰাই সুন্দৰকৈ মজিয়াত দলিচা আদি পাৰি সজাইছে। এইবোৰ সজাই পৰাই দিয়া অৱলা আৰু কাম কৰা মানুহ কেইটাৰ হে যেন খুব বেছি ফুর্তি লাগিছে। এটা কোণত এখন চোফা আৰু দুখনমান চকী ৰাখিছে। কাৰণ খান বাহাদুৰ আৰু বেগম মাটিত বহিব নোৱাৰে, সন্ধিয়াৰ লগে লগেই কেইটামান বিভিন্ন ৰঙৰ লাইট জলাই দিছে আৰু ডাঙৰ ডাঙৰ কিছুমান বেলুনো ওলোমাই ৰাখিছে। যথাসময়ত অহল্যা যকৰা, পুর্ণিমা, মুছফিকা, শেৱালীকে আদি কৰি আৰু কেইগৰাকীমান

মহিলা আৰু গাভৰু ছোৱালী লগতে খুৰছেদৰ বন্ধু কেইজনমানো উপস্থিত হ'লহি। খানবাহাদুৰ আহি তেওঁলৈ সজাই থোৱা চকীতে বহিল। অৱলাই ওচৰৰ টেবুল এখনতে ভেখেতৰ নিত্য সংচৰ থোৱা খোৱা গুৰগুৰিটো থ'লেহি। বেগম চাহেবাই কাষত বেজিনাক লৈ চোফাখনত বহিল। অৱলাই ল'ৰালৰিকৈ এটা গোল গাৰু আনি আউজি বহিবলৈ ককালত লগাই দিলেহি। দলিচাত বহি থকা অহল্যা বৰুৱাক বেগমে মাতি আনি ওচৰতে বহুৱাই ললে।

খন্তেক পিছতে খানবাহাদুৰে মাত লগালে– "এতিয়া তোমালোকে গান বাজনা আৰম্ভ কৰা।" সকলোৱে গানৰ মজলিচত গোট খালেহি যদিও কোনেও এ্কো মাত নমতাত সকলো বহিযে আছিল। খানবাহাদুৰৰ কথাষাৰ শুনি তেওঁলোক খুব উল্লসিত হ'ল আৰু মাজিমাই তাত থকা মোমাযেক খবিৰুদ্দিনক সকলোৰে লগত পৰিচয় কৰাই তেওঁযে এজন খুব ভাল গজল গায়ক তাকো কোৱাৰ লগে লগে হাত চাপৰি বজাই মামায়েই আৰম্ভ কৰক বুলি সকলোৱে চিঞৰি উঠিল। খবিৰুদ্দিনে এজন ওস্তাদৰ দৰেই বহি হাৰমনিযাটো হাতত ল'লে। বাহাৰুলে তবলাজোৰ লৈ তেওঁৰ সন্মুখা সন্মুখিকৈ বহিল। বাহাৰুলে তবলা বজাবলৈ লোৱা দেখি সকলো আচৰিত হ'ল। বিশেষকৈ খানবাহাদুৰ আৰু মাৰু চাহেৰা বেগম। তেওঁলোকে বাহাৰুলে কিবা গান বাজনা কৰে বুলি কেতিয়াও গম নাপাইছিল। খানবাহাদুৰ নিজে এজন সঙ্গীতপ্ৰিয লোক। বাহাৰুলে তবলা সঙ্গত কৰিবলৈ অহা দেখি তেওঁ মনে মনে বৰ আনন্দ পালে। আৰু তেওঁৰো তবলা কেনেদৰে বজাই তাকে চাবলৈ উৎকণ্ঠিত হৈ বল। এইবাৰ সম্পূৰ্ণ ওস্তাদৰ ভঙ্গীত খবিৰুদ্দিনে গজল গাবলৈ আৰম্ভ কৰিলে। তবলাত হাত বুলাওঁতেই খানবাহাদুৰে বুজিব পাৰিলে বাহাৰুল তবলা বজোৱাত বেছ সিদ্ধহস্ত। তবলা বাদকৰ ওপৰতে গায়কৰ বহুতখিনি নিৰ্ভৰ কৰে। বহুদিনৰ

যুৱত মামা ভাগিন হলেও দুই বন্ধুয়ে একেলগে গানবাজনা কৰিবলৈ সুযোগ পোৱাত তেওঁলোকৰ মনতো বৰ আনন্দ। খৰিকদ্দিনে একেবাৰে প্ৰাণ ঢালি গজল গাবলৈ আৰম্ভ কৰিলে। বাহাৰুলৰ তবলা বাদনে তাতে যেন সোণত সুৱগা চৰালে। সচাঁকৈয়ে খৰিকদ্দিনৰ গজলে সকলোকে আকৰ্ষণ কৰিছিল। গজলটো গোৱা শেষ হওঁতেই সকলোৱে চিঞৰি উঠিল—

"আৰু এটা, আৰু এটা"। তেওঁ আৰু এটা গজল গাই সেইদিনাৰ মজলিচ বেচ জমাই তুলিলে। অহল্যা বৰুৱাই আগতে আমিনাৰ পৰা গম পাইছিলেই তাই কলেজত পঢ়ি থকা সময়ত গান গাইছিল আৰু ঢাকা ৰেডিঅ' যোগে তাইৰ দুই চাৰিটা গীত প্ৰচাৰো হৈছিল। আজি সুবিধা পাই বহুত দিনৰ আগতে ঢাকা ৰেডিঅত গোৱা গীত এটাকে গাবলৈ কোৱাত আমিনাই অলপ ভালেই পালে। কাৰণ গুৱাহাটীলৈ অহা দিনৰে পৰা তাই নিজৰ মাতৃ ভাষাত এষাৰ কথা পাতিবলৈকো সুবিধা পোৱা নাই। এতিয়া তাই সুন্দৰকৈ অসমীয়া ভাষাত কথা ক'ব পাৰে আৰু সম্পূৰ্ণ অসমীয়াৰ দৰে অসমীয়া সমাজত তাই খাপ খাই পৰিছে। কিন্তু আজি এই আনন্দ মুখৰ অনুষ্ঠানত তাই সকলোৰে ভাল লগা এটা আনন্দৰ গীত মনত পেলাব নোৱাৰিলে। হাৰমনিয়ামটোত হাত বুলাই বুলাই তাই কলেজীয়া জীৱনতে গোৱা আনন্দৰ গীত এটা মনত পেলাবলৈ চেষ্টা কৰিলে। এইদৰে থাকোতে অহল্যা বৰুৱাই তাইক ক'লে—

"তুমি কি চিন্তা কৰিছা? তোমাৰ যি ভাল লাগে তাকে গোৱা।"

ইফালে ঢাকা ৰেডিঅ'ৰ কথা কোৱাৰ লগে লগে তাইৰ মনটো বাংলাদেশৰ মাটি পালেগৈ। তাইৰ মাত্ৰ মনত পৰিল এটা গীত আৰু ভাল লগা এই গীতটোকে গাবলৈ আৰম্ভ কৰিলে—

"এই দেশেৰ মাটিৰ কাছে আমাৰ ক'ত ঋণ ।"
এই দেশেৰ নদীৰ কাছে আমাৰ কত ঋণ ।।

খৰিকদ্দিনে আমিনাৰ লগত তবলাৰে সঙ্গত কৰিলে। মন প্ৰাণ ঢালি গোৱা গীতটো আৰম্ভ কৰোঁতেই সকলো নিস্তব্ধ হৈ পৰিল । সকলোৱে গীতটো শুনিবলৈ উৎকণ্ঠিত। খাৰ বাহাদুৰে গুৰগুৰিটোৰ শব্দই শ্ৰোতাসকলক গানটো শুনাত আমনি দিব পাৰে বুলি গুৰগুৰিটোৰ নলীছাডাল হাতত লৈ এক'ন্ত মনেৰে গানটো শুনিবলৈ ধৰিলে।

দেশৰ মাটি আৰু নদীয়েই মানুহৰ প্ৰাণ স্বৰূপ । এই প্ৰাণ বিশেষকৈ সঞ্জীৱিত কৰি ৰাখে একোখন নদীয়েই। পৃথিৱীৰ বিভিন্ন দেশৰ বিভিন্ন কৃষ্টি সংস্কৃতিৰ বাহক আৰু যোগসূত্ৰ স্বৰূপে একোখন নদীয়েই আৱহমান কালৰ পৰাই চিৰ প্ৰৱাহিত ফল্গু ধাৰাৰ দৰে বৈ আছে আৰু থাকিব। ব্ৰহ্মপুত্ৰ, গঙ্গা আৰু পদ্মানদীৰ সম্মিলিত জলধাৰা একেখন সাগৰলৈকে বৈ যোৱাৰ দৰেই সিন্ধু-গংগা ব্ৰহ্মপুত্ৰৰ পাৰত গঢ়ি উঠা প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ প্ৰৱাহ পদ্মানদীৰ ওপৰেদিও প্ৰৱাহিত হৈয়েই আছে । ৰাজনৈতিক সীমাৰেখাই এই প্ৰৱাহক সংকুচিত বা সীমিত কৰিব পৰা নাই আৰু নোৱাৰেও। আজি আমিনাই গোৱা গীতটি যদিও মুখ্যতঃ পদ্মানদীক লৈয়ে ৰচিত হৈছে, এই মজলিচত বহি থকা লুইত পৰীয়া অসমীয়া সকলৰ অন্তৰকো ই স্পৰ্শ কৰিছে, আৰু গীতটি মৰ্মে মৰ্মে উপলব্ধি কৰি সকলো অভিভূত হৈ পৰিছে । কাৰণ নদীৰ প্ৰতি মানুহৰ আকৰ্ষণ এটা চিৰন্তন আৰু বিশ্বজনীন অনুভূতি । লগতে গায়িকা আমিনাৰ প্ৰতিও সকলো আকৰ্ষিত হৈ পৰিছে ।

এইবাৰ মাজিমাই আমিনাক ক'লে— "তুমি যে আমাৰ সভাত "এই নদী আজিও বৈ যায়" গীতটি গাইছিলা— এতিয়া

গোৱাছোন আমাৰ বাবায়ে শুনিবলৈ হেপাহ কৰি আছে।”

প্ৰথমটো গীত গাবৰ সময়ত আমিনাৰ অলপ লাজ লাগিছিল আৰু বিশেষকৈ খানবাহাদুৰৰ আগত। প্ৰথম গীতটি গোৱাৰ পাছত আমিনা সেই সমাজত এতিয়া বহুত সহজ হৈ পৰিল। আমিনাই খবিৰুদ্দিনক ক'লে— “মামা, বাইদেউৱে কোৱামতেই মই এই গীতটি গাম— গীতটি গাই বৰ ভাল পাওঁ। এই গীতটো (অহল্যা বৰুৱানীৰ কালে চাই) আমাৰ বৰুৱানী বাই-দেউৱে ৰচনা কৰিছিল আৰু জনাই নজনাই ময়েই ইয়াৰ সুৰ দি সভাত গাইছিলো। ক'ৰবাত যদি তাল কটা যায় আপুনি তবলাত মিলাই যাব দেই।”

খবিৰুদ্দিনে আমিনাক উৎসাহ দি ক'লে— “তুমি একো চিন্তা নকৰিবা। এইখন কোনো ৰাজহুৱা সভা নহয়। মই তবলা মিলাই লৈ যাম, তুমি গোৱা।”

গীত আৰম্ভ হোৱাৰ লগে লগেই খানবাহাদুৰে গুৰগুৰিৰ নলিচাডাল ওচৰত থকা অয়লাৰ হাতত দি তেখেতৰ বহা ভঙ্গীটো সলাই ল'লে। কাষতে বেজিনাক লৈ কোমল চোকা এখনত বহি থকা চাহেবা বেগমে ককঁালত লৈ থকা গারুটো বেজিনাক অলপ ইফাল সিফাল কৰি দিবলৈ ক'লে। এই গীতৰ কথাবিলাক বৰ সময়োপযোগী আৰু বৰ মনোগ্ৰাহী আছিল, তাতে শব্দৰ সৈতে সুললিত কণ্ঠৰ আৰু উপযুক্ত সুৰ সংযোজন হোৱাৰ কাৰণেই বৰ হৃদয়গ্ৰাহী হৈ পৰিছিল।

খবিৰুদ্দিনৰ কান্ধত হাত এখন দি বহি থকা বাহাৰুলে তেওঁৰ পিঠিতে গানৰ তালে তালে ক'ৰ নোৱাৰাকৈয়ে আঙুলি বুলাই আছিল। সঙ্গীতপ্ৰেমী খবিৰুদ্দিনে সেই আঙুলিৰ বুলনিৰ পৰাই ভালকৈ বুজিছিল বাহাৰুলে গীতটো প্ৰাণভৰি উপভোগ কৰিছে। সকলোৱে হাঁহি আৰু হাতচাপৰিৰে আমিনাক গীতটোক

কাৰণে অভিনন্দন জনালে । ইমান পৰে গীত উপভোগ কৰি শুৰশুৰিৰ এটাও হোপা নমবাকৈ থকা খানবাহাদুৰে দীঘলকৈ হোপা এটা মাৰি ওচৰতে থকা বৰুৱানীক ক'লে — "আপুনি লিখা এই গীতটো খুব ভাল হৈছে ।"

—"ভিনদেউ, গীত গোৱাৰ ওপৰতহে গীত ভাল বেয়া নিৰ্ভৰ কৰে । যেনেকৈ কবিতা আবৃত্তি কৰিলেহে কবিতা ভালকৈ উপলব্ধি কৰিব পাৰি ।" বুলি অহল্যা বৰুৱাই উত্তৰ দিলে ।

খানবাহাদুৰে ক'লে— "আপুনি যি কৈছে তাক ভুল বুলি নকওঁ । তথাপি মই ভাবো, ভাব চাই ভাষা প্ৰয়োগ কৰি তাত উপযুক্ত সুৰ সংযোজন কৰি সুকণ্ঠেৰে গালেহে গীত উপভোগ্য হয় । ৰবীন্দ্ৰ নাথৰ শব্দ আৰু সুৰৰ অপূৰ্ব্ব মিলনৰ কাৰণেই আজিও ৰবীন্দ্ৰ সংগীত এক বৈশিষ্ট্যপূৰ্ণ আৰু আদৰণীয় হৈ আছে ।"

সেই সময়ত পুৰ্ণিমাই এটা আধুনিক গীত গাই আছিল । তাৰ পাছত ৰণমায়া দেৱীয়ে এটা নেপালী গীত আৰু মুছফিকাই আজান যকিৰৰ এটা জিকিৰ গাই সকলোকে মুগ্ধ কৰিলে । ইযাৰ পিছত খৰিকদ্দিনৰ এষাৰ কথাই সকলোকে আনন্দিত আৰু আচৰিত কৰি তুলিলে । তেওঁ ঘোষণা কৰিলে, —

"এই গানৰ মজলিচৰ এতিয়া মধুৰেণ সমাপয়েত হ'ব । মুকুটে ( বাহাকলে ) এটা মীৰা ভজন গাব ।" সকলোৱে হৰ্ষধ্বনি কৰি হাত চাপৰি মাৰিলে । খানবাহাদুৰে বেগমৰ চকুলৈ এবাৰ চালে । মুকুটে গান গাব জানে বুলি কোনেও ক'ব নোৱাৰে । আনকি গাধোৱা ঘৰত সোমাই কোনো গানৰ কলি গুণ-গুনোৱা কোনেও কেতিয়াও শুনা নাই । পিছত খৰিকদ্দিনৰ পৰা জনা গ'ল— সিহঁত দুয়ো আলিগড়ত পঢ়ি থাকোতে খুৰিকদ্দিনে গান বাজনা আৰু বাহাকলে মীৰা ভজন শিকিছিল; আৰু বেলতলাৰ ঘৰত থাকি সি ভজন গায়েই বোলে দিনটোৰ বহুত সময় কটায় ।

থৰিকজিনে, হাৰমনিয়ামটো বাহাকলৰ কালে আগবঢ়াই দিলে আৰু নিজে তবলাজোৰ ল'লে। মুকুটে হাৰমনিয়ামটোত হাত বুলাই মাকৰ চকুলৈ চাই দেখিলে মাকৰ মুখখনিত এটা কিবা তৃপ্তিৰ হাঁহি বিৰিঙি উঠিছে। খানবাহাদুৰে নিজেও যৌৱনৰ আগছোৱাত গান বাজনা কৰিছিল। তেওঁৰ এই বিলাকত খৰ ধাপ আছিল। কিন্তু হাকিম হোৱাৰ পিছত কোনোবাই কিবা কয় বুলি এই বিলাকৰ চৰ্চা এৰি দিছিল।

বাহাকলে গুৰু গম্ভীৰ স্বৰেৰে ভজন আৰম্ভ কৰিলে। সকলোৱে একান্ত মনে তেওঁৰ গীত শুনিবলৈ ধৰিলে। ভজন বিলাকে সাধাৰণতে মানুহৰ মন আকৰ্ষণ কৰে। বাহাকলে তেওঁৰ গলগলীয়া কণ্ঠত সভক্তিৰে গোৱা মীৰা ভজনে এনেদৰে শ্ৰোতা সকলক আকৰ্ষিত কৰিছিল যে সেই সময়ত যেন সকলোৱে ভগৱন্ত ভক্তিত আপ্লুত হৈ পৰিছিল। বিশেষকৈ আমিনাই কিবা এটা ভাৱত বিভোৰ হৈ মীৰা ভজনৰ যোগেদি ভগৱন্তৰ সান্নিধ্য লাভৰ কথা যিদৰে প্ৰকাশ পাইছিল সেইবিলাক তাইৰ নিজৰ অন্তৰৰ কথা বুলিহে যেন উপলব্ধি কৰিছিল আৰু গায়ক বাহাকলৰ মুখখনিলৈ চকুৰ পচাৰ নেপেলোৱাকৈ কিবা এটা মনৰ আনন্দত থৰ লাগি চাই আছিল। তাইৰ এই ভাৱ আৰু চাৱনি আনৰ চকুত নপৰিলেও চাহেবা বেগমৰ চকুত নপৰাকৈ নাছিল। ইয়াকে দেখি চাহেবা বেগমেও মনত যেন কিবা এটা বেলেগ আনন্দ পাইছিল।

গানৰ মজলিচতে উপস্থিত থকা খুৰহেদৰ বাহিৰে প্ৰায় সকলোৱেই অংশ গ্ৰহণ কৰিছিল। এতিয়া সকলোৱে জিনদেঙ্কৰেক খুৰহেদে গান গাব লাগে বুলি হুলস্থুল লগালে। খুৰহেদে হাঁহি মাৰি ক'লে— "মই গান গাব জনা হ'লে প্ৰথমেই মইেই গালো হেতেন। এতিয়া মোৰ হৈ এওঁৰেই গাব"— বুলি ওচৰতে বহি

থকা তেওঁৰ বন্ধু অবিনাশ বাবুলৈ আঙুলিয়াই ক'লে "এওঁ মোৰ সহকৰ্মী আৰু এজন ৰবীন্দ্ৰ সঙ্গীতৰ গায়ক" বুলি কোৱাৰ লগে লগে অবিনাশ বাবুয়ে খানবাহাদুৰক প্ৰমুখ্য কৰি এটি হাঁহিৰে সৰ্বলোকে নমস্কাৰ জনালে।

"এতিয়া এখেতে ৰবীন্দ্ৰ সঙ্গীত শুনাব।"

খৰিকন্দিনে তেওঁৰ হাতলৈ হাৰমনিয়ামটো দি নিজে তবলা জোৰ ল'লে আৰু প্ৰথমতেই অবিনাশ বাবুৰ লগত কিবা দুই এটা বোধকৰো তাল-মানৰ বিষয়ে কথা পাতিলে, অবিনাশ বাবুয়ে আৰম্ভ কৰিলে—

"সেইযে আমাৰ নানা ৰঙেৰ দিন গুলি
ৰইল'না ৰইল'না ৰইল'না—"

গীতটো আৰম্ভ কৰাৰ লগে লগে চকীত আউজি বহি থকা খানবাহাদুৰ পোন হৈ বহিল। তেওঁ সকৰে পৰা সঙ্গীত প্ৰেমী আৰু ৰবীন্দ্ৰ সংগীত তেওঁৰ বৰ প্ৰিয়। তেওঁ আৰু মনে মনে শুনি থাকিব নোৱাৰিলে।

"ৰইলনা ৰইলনা ········ দিন গুলি গীতৰ কথাশাৰী তেওঁ গায়কৰ লগতে গাবলৈ ধৰিলে। বয়োজ্যেষ্ঠ খানবাহাদুৰে সঙ্গীতত যোগ দিয়া দেখি সকলো অকণমান আচৰিত হ'ল যদিও খুব অনুপ্ৰাণিত হ'ল। হাঁহিৰ খলকনি উঠিল।

"মোৰ জন্মদিনত ককাদেউতায়ো গান গাইছে" বুলি আনন্দতে উৎফুল্লিত হৈ বেজিনাই আইতাকৰ কাষৰ পৰা উঠি গৈ দুটামান জাপকে মাৰিবলৈ উদ্যত হওঁতেই আইতাকে তাইৰ হাতত ধৰি সংযত কৰি বহুৱাই দিলে। এইদৰেই খুব আনন্দমুখৰ ভাবে গানৰ মজলিচৰ অন্ত পৰিল। বেগমে ককাল পোনাবৰ কাৰণে এখোজ দুখোজকৈ শোৱা কোঠালৈ সোমাই গ'ল। দলিছাত বহি থকা অবিনাশ বাবুক মাত্তি দি কাষৰ চকী এখনত বহুৱাই খান-

খাকাচুৰে ৰবীন্দ্ৰ সঙ্গীতৰ বিষয়ে আলোচনাত ধৰিলে ।

বেগমে গোৱা কোঠাটোত সোমায়েই তামোল এখন খাবৰ মনেৰে তামোলৰ টেমাটো খুলি মুঙতেই মুকুট ভেঙৰ ওচৰত টীয় হ'লগৈ । সাধাৰণতে মুকুট ভেঙৰ বিছনাৰ ওচৰলৈ নাযায় । বহা কোঠাটোতে মাকৰ লগত কথা-বতৰা পাতে । সেইদিনা এনে উৎসৱ মুখৰ পৰিবেশত বেগম বৰ আনন্দিত হৈছিল আৰু তামোলখন মুখত ল'ব খোজোতেই মুকুটক দেখি কিবা এটা কওঁ বোলোতেই মুকুটেই যেন খুব উৎসাহিত হৈ ক'লে—

'মা, আমিনাই এনেদৰে গীত গাব পাৰে বুলি মই জনাই নাছিলো, তাই গোৱা দুয়োটা গীতেই মোৰ বৰ ভাল লাগিছিল । বৰ ভাল লাগিছিল মা !" জৰ্দা, চূণ সকলো মিলাই বাংলাপত্ৰী পানেৰে তৈয়াৰ কৰি লোৱা তামোলখন মুখত ভৰাই বেগমে হাঁহি এটা মাৰি ক'লে—"তইনো কি বেয়া পাব, কাক বেয়া বোল ? তোৰ কাৰণে পৃথিৱীৰ সকলোৱেই ভাল । কাকতি ভাণ্ডৰীয়াই কোৱাৰ দৰে—'তোৰ 'বসুধৈৱ কুটুম্বকম্ ।"

–"নহয় মা, আমিনাই সঁচাকৈয়ে খুব ভাল গান গাইছিল, মোৰ বৰ ভাল লাগিল ।"

—"পিছে ক, আজি তই মোক কথা দিছ নেকি ?"

–"দিছো মা, মই কথা দিছো, মই ৰাজী ।"

–"তেন্তে মই আমিনাক সোধো ?"

মাকৰ কথাবাৰ শুনি বাহাৰুল চক্ খাই উঠিল । তাৰ চিন্তা হ'ল, মাকে কি এতিয়াও আমিনাক কথাটো জনোৱাই নাই নেকি ? সি জানে আমিনা বৰ দায়িত্বশীলা, আত্মনিৰ্ভৰশীল আৰু গহীন-গম্ভীৰ ভাবৰ । তাই বিশেষ চিন্তা নকৰাকৈ একো নকয়ে সি তাকো জানে আনহাতে আবেগত উটি তাহি দুবাৰ বয়সো তাইৰ এতিয়া নাই । ইফালে তাৰ চাকৰি বাকৰি একো নাই । সেইকাৰণে বহুত-

বাৰ কোৱা সত্বেও আৰু ভাল চাকৰি পোৱাৰ আশা থকা সত্বেও সি চাকৰিত সোমোৱাল। এতিয়া বিয়া পাতিবলৈ মন কৰাত তাৰ এই সকলো কথা মনলৈ আহিল। অলপ আশংকাও হ'ল – তাৰ যেতিয়া নিজৰ উপাৰ্জ্জন নাই আমিনাই বা কি ভাবে ? সি একো মমতাকৈ থকা দেখি মাকে ক'লে—

"তই বাৰু একো চিন্তা কৰিব নালাগে, মই জানো, মই যি কম তাই তাকে শুনিব।" কথাটো শুনি তাৰ চিন্তা দূৰ হ'ল আৰু ৰগৰ কৰি মাকক ক'লে –

"তেন্তে ভৱিষ্যতেও তাই তোমাৰ কথা শুনি তোমাৰ মতেহে চলিব নেকি ?"

বেগমে হাঁহি মাৰি ক'লে—

"বদ্‌মাছ – এক থাপ্পৰ মাৰিম।" বুলি বেগমে হাতখন তাওঁতেই বাহাৰকে থাহিৰলৈ সাউৎকৰে ওলাই গ'ল।

সকলোৱে আনন্দ মনেৰে খোৱা বোৱা কৰি বেজিনাক মৰম শুভেচ্ছা জনাই দিহা দিহি গ'লগৈ। বেগমে চোকাখনতে বহি বহিয়েই সকলোকে বিদায় দিছে। কোৱা বাহুল্য যে সেইদিনাৰ সকলো আয়োজন বিশেষকৈ আমিনাযে কৰিছিল। বন্ধা বঢ়াও তায়েই বেচিকৈ কৰিছিল। এতিয়া ভিতৰৰ কাম শেষ কৰি মাত দি যাওঁ বুলি আমিনা চাহেবা বেগমৰ ওচৰ পালেহি। তাইক দেখিয়েই বেগমে ক'লে—"যোৱাছোম, মোৰ তামোলৰ টেমাটো আনা।" আমিনাই তেখেতৰ তামোলৰ টেমাটো ক'ত থাকে জানে। তামোলৰ টেমাটো আনি নিজেই তামোল এখন তৈয়াৰ কৰি টেমাটোৰ ঢাকনি খনতে থৈ বেগমলৈ আগবঢ়াই দিলে।

বেগমে ক'লে,– "ক'তা অকণমান জৰ্দ্দা নিদিলা দেখোন ?

–"মহাই আপোনাক জৰ্দা নিদিবলৈ মোক কৈ থৈছে।"

বেগমে অলপ মাতটো সৰু কৰি ক'লে – "তাওঁৰকৈ

লকবাছোন। তেখেত শুইছেগৈ, ক'ববাত শুনিব। আজি বাৰু অকণমান দিয়া। মই জৰ্দ্দা নহলে তামোলখনত সোৱাদেই নাপাওঁ।"

আমিনাই তামোলত অলপ জৰ্দ্দা দি আগবঢাই দিলে। আনন্দমনেৰে বেগমে চাহেবাই তামোলখন মুখত সুমুৱাই হাতেৰে দেখুৱাই চোকাখনতে তাইক বহিবলৈ ক'লে। আমিনাই বেগমক ঘৰ সন্মান কৰি চলে। আজি তেখেতৰ লগত বহিবলৈ কোৱাত ইতঃস্ততঃ কৰা দেখি আমিনাৰ হাত এখনত ধৰি টান মাৰি তাইক তেওঁৰ কাষতে বহুৱাই ল'লে। আমিনাৰ মুখলৈ চাই কিবা এটা ভবাৰ দৰে খন্তেক বৈ ক'লে—

"এতিয়া ঘৰৰ সকলোবিলাক বিছনাত পৰিছেগৈ। তোমাক মই নিৰলে পাই এটা কথা ক'ব খুজিছো।"

আমিনাই সহজ ভাবেই ক'লে,— "কওঁক মাহীদেউ, কওঁক!"

—"শুনা তুমি পঢ়া শুনা ছোৱালী নিজৰ জীৱন, ভৱিষ্যতৰ বিষয়ে চিন্তা কৰিব পৰাকৈ তুমি অভিজ্ঞও। মই বহুত দিনৰ পৰাই ভাবি আছো, তোমাৰ বিয়াখনৰ কথা।"

—"মাহীদেউ মোৰ জানো এতিয়া আৰু বিয়াৰ বয়স আছে?"

—"কিয় নহব? তোমাৰ বয়সৰ কেইবাজনীয়েও চাকৰি বাকৰি কৰিয়েই থাকিম বুলি এতিয়া বিয়া কৰোৱাৰ কথা মই জানো। আজিকালিৰ দিনত অবিবাহিতা হৈ অকলে থকাটো মাইকী মানুহৰ কাৰণে বৰ নিৰাপদো নহয়। সিদিনা কথা প্ৰসঙ্গত কাকতি ভাণ্ডাৰীয়াই মনু-সংহিতা আদি প্ৰাচীন শাস্ত্ৰৰ উদ্ধৃতি দি কৈছিল, নাৰীয়ে বিভিন্ন সময়ত বিভিন্ন অৱস্থাত পিতৃ-মাতৃ স্বামী আৰু পুত্ৰৰ লগত নাথাকি স্বতন্ত্ৰীয়া হৈ থাকিব নোৱাৰে। তেখেতে আৰু কৈছিল— ভাৰতীয় সংস্কৃতিত পুৰুষতকৈয়ো নাৰীক উচ্চ স্থান দিয়া হৈছে। কিন্তু আজিৰ সমাজত নাৰীৰ মৰ্যাদা বক্ষা পৰিছে

জানো ? মান সম্মানৰ কথাই নাই নাৰী আজি নিৰ্য্যাতনৰ বলি হৈছে । সকলো ধৰ্মই মানৱীয়তা আৰু শান্তিৰ কথাকে কয়— কিন্তু ধৰ্মৰ নামত ক'ত কি হৈছে তোমালোকে সদায় কাগজে পত্ৰই পাইছাই । সেইবিলাক সকলো কথা ভাবিয়েই তোমাৰ প্ৰতি মোৰো এটা কৰ্ত্তব্য আছে বুলিয়ে আজি এইৰূপ সুবিধা পাই তোমাক ক'লো ।"

আমিনাই মুখেৰে একাষো নমতাকৈ বেগমৰ কথাবোৰ শুনি আছে । মনতে ভাবিছে আজি তাইৰ মাক থকা হ'লে এইবিলাক বুজনিকে তাইক দিলেহেঁতেন ।

এইবাৰ বেগমে হাত এখন আমিনাৰ কান্ধত থৈ পুনৰ ক'লে— "শুনা আমিনা, মই অতি খোলা-খুলি ভাবেই কওঁ"— আমিনাই স্থিৰ দৃষ্টিৰে বেগমলৈ চালে; বেগমেও আমিনাৰ চকুলৈ চাই ক'লে -

''তোমাক আমাৰ একেবাৰে আপোন কৰি ল'ব খুজিছো।

কথাষাৰ শুনা মাত্ৰকেই আমিনাই তলমুৰ কৰিলে ।

—'মুকুটৰো কিছু বয়স হৈছে । শিক্ষা দীক্ষাও আছে, তোমাৰ লগত মিলিব ।" শাৰীৰ আচল এটা দুই হাতেৰে লিবিকি বিদাৰি আমিনাই লাজকুৰীয়া ভাবে সুধিলে—

—'দাদাই বা ক'ত কি ঠিক কৰি থৈছে .... .. মোক জানো .... ...." বুলি আমিনা বৈ গ'ল ।

—"তুমি সেইবিলাক একো চিন্তা নকৰিবা, মোক মাত্ৰ তোমাৰ মনৰ কথা কোৱা । বাকী আছানে ?"

আমিনাই আজি বেগমৰ নিজ মুখৰ পৰা বিয়াৰ কথা শুনি তাই বিশেষ চিন্তা নকৰিলে কাৰণ তাই বাহাৰুলৰ লগত বিয়াৰ বিষয়ে অহল্যা বৰুৱাই কোৱাৰ দিনৰে পৰাই এই বিষয়ে চিন্তা কৰিছিল আৰু তাইৰ অনাগত ভবিষ্যতৰ বিষয়েও চিন্তা

মকৰাকৈ থকা নাছিল ।

আমিনাই আৰু বেগমৰ মুখলৈ চাব নোৱাৰিলে, নাৰীৰ স্বভাৱ সুলভ লজ্জাৰে ক'লে—

"কিন্তু মাহীদেউ .... ... " বুলিয়েই বৈ গ'ল ।

—"মই তোমাৰ মাৰ দৰেই। একো নাভাবিবা কোৱা।"

"মাহীদেউ, মই আপোনাক সদায় মোৰ মাৰ দৰেই ভাবি আহিছো। আজি যেতিয়া মোৰ ভৱিষ্যত চিন্তা কৰি কথাটো কৈছে, মই আৰু কি ক'ম। আপোনাৰ ছোৱালীৰ দৰেই আপুনি যি কৰে, সেয়ে মোৰ কাৰণে মঙ্গল বুলি মই ভাবো।"

—"বৰ সন্তোষ পালো আই। মই আশীৰ্বাদ কৰিছো, আল্লাই তোমাৰ মঙ্গল কৰক। আজি গোটেই দিনটো বৰ কষ্ট কৰি সকলোকে খুৱাই বুৱাই সোধ-পোচ কৰিলা। এতিয়া যোৱা শুই থাকাগৈ।"

প্ৰথম বাৰৰ কাৰণে বেগমৰ চৰণ চুই আমিনা আতৰি গ'ল। বেগমে লক্ষ্য কৰিলে সচৰাচৰ উঠা বহা কৰাৰ দৰে আজি কাঠৰ চিৰিটোত খোজ পেলাই আমিনাই নামি যাব পৰা নাই। চিৰিৰ ৰেলিং ডালত ধৰিহে এখোজ দুখোজকৈ তাই নামি গৈছে। জীৱন যাত্ৰাৰ আকস্মিক এক দিশ পৰি-বৰ্ত্তনৰ সম্ভাৱনাই দীৰ্ঘদিনৰ ভাৰাক্ৰান্ত মনটোত ভৰ কৰি খোজবোৰ যেন তাইৰ গধুৰ কৰি তুলিছিল। তাই ঘৰত সোমায়েই দুৱাৰখন জপাই থৈ আহিল তেনেদৰেই বিছনা-খনত দীঘল দি পৰিল। মাক দেউতাকক হেৰুৱাই পোৱা তাইৰ অন্তৰ ভাগি যোৱা দুখ বোৰ সময়ৰ লগে লগে কিছু পাতলি আহিছিল। কিন্তু আজি মজলিছৰ শেষত শান্তি দি বেগম চাহেবাই কোৱা কথা খিনিৰ পিছত আমিনাই মাক দেউতাকৰ অভাৱটো খৰকৈ অনুভৱ কৰিলে। মাক দেউতাকৰ লগত কটোৱা সময়বোৰ

যেন তাইৰ চকুৰ আগত ভাহি উঠিল। বুজান নোৱাৰা এটা শোকে বুকুখনত খোচ মাৰি ধৰিলে। তাই নিজে নজনাকৈয়ে 'মা মা' বুলি উচুপি উঠিল। তাইৰ কান্দোনে নিশাৰ নিস্তব্ধতা ভঙ্গ কৰিলে যদিও টোপনিত অচেতন কোনেও সেই কান্দোন নুশুনিলে। খুটকৈ শব্দ হ'লেও সাৰ পোৱা বেগম চাহেবায়ো আজি বৰ ভাগৰি পৰাত সেই সময়ত গভীৰ টোপনিত আছিল। তাইৰ কাষত এখাৰ মাত দিবলৈয়ো কোনোৱেই নাই। উচুপি উচুপি তাই বিছনাত কিমান পৰ পৰি ৰ'ল তাই কব নোৱাৰে। পিয়াহত ডিঙিটো শুকাই যোৱা যেন লগাত তাই উঠি আহি ঢোক ঢোককৈ এগিলাচ পানী খাই অলপ প্ৰকৃতিস্থ হ'ল। তেতিয়াহে তাই গম পালে তাই জন্মদিনলৈ পিন্ধি যোৱা কাপোৰ সলোৱাই নাই। কাপোৰ সাজ সলাই তাই চকীখনতে বহি পৰিল। তাইৰ শুবলৈয়ো মন যোৱা নাই। মনত পৰিবলৈ ধৰিলে তাইৰ বহু দূৰত এৰি থৈ অহা সকলো ঘৰখনলৈ; অতিকৈ মৰমৰ মাক দেউতাকলৈ। একমাত্ৰ সন্তান হোৱা হেতুকে তাই আছিল মাক দেউতাকৰ অতি মৰমৰ। সকলোৰে পৰা শান্ত স্বভাৱৰ আমিনাক দেউতাকে তাই নিৰিবিচৰাকৈয়ে কাপোৰ কানিকে আদি কৰি সকলো বস্তু দিছিল। তাইক পঢ়া শুনাত উৎসাহ দিছিল লগতে গানো শিকাইছিল। মাক দেউতাকৰ একান্ত বাধ্য আমিনা পঢ়া শুনাতো বেচ ভাল আছিল।

আজি তাইৰ বেছিকৈ মনত পৰিল ফিৰোজৰ লগত বিয়া থিক হোৱাৰ সময়ৰ কথা। মৰমৰ জীয়েকৰ বিয়াৰ বাবে মাক দেউতাকে কিমান যে আশাৰে ক'ত বস্তু গোটাইছিল। কাপোৰ কানি আ-অলঙ্কাৰ ..... লগত দিয়া পালেং আদি সকলো যোগাৰ কৰিছিল। সেই উছপি-মুছলি ঘৰখন আমিনাৰ চকুৰ আগত যেন ভাহি উঠিল।

তাইৰ আজি নহয় কাইলৈ বিয়াখন হ'বগৈ কিন্তু আজি আৰু তাইক আশীৰ্ব্বাদ দি বিদায় জনাবলৈ, চকুলো বোৱাই আগবঢাই দিবলৈ তাইৰ মাক দেউতাক কাষত নাই। এটা গভীৰ হুমুনিয়াহ তাইৰ অন্তৰভেদি ওলাই আহিল।

আমিনাৰ মনটো বহুত চিন্তাৰে ভৰি পৰিল—
যাহাৰুল মানুহজন বৰ ভাল আ'ৰু বৰ শ্ৰদ্ধাৰ লোক। বিয়াৰ পিছত তেওঁ বাৰু ধৰক নিজৰ লৰাৰ দৰে ভাবিব পাৰিবনে। যদি তেওঁৰ ভাগিন জোৱাইয়ো হবগৈ তেওঁ বাৰু তাক কি ভাবেৰে গ্ৰহণ কৰিব? খেলিমেলি ভাববোৰে তাইক আমনি কৰিবলৈ ধৰিলে। আৰু ভাবিব নোৱাৰি আমিনাই বিছনাত দীঘল দি চকুদুটা মুদি দিলে। ৰাতি পুৱাওঁ পুৱাওঁ সময়ত তাইৰ টোপনি আহিল।

আনকালে উঠা সময়ত আজি আমিনাই সাৰ নাপালে। হঠাতে দুৱাৰত কোনোবাই টুকুৰিওৱা শুনি খপজপকৈ তাই আউলি বাউলি চুলিবেই দুৱাৰ খুলি দেখিলে অবলাই এটা ঢাকোন দিয়া পাত্ৰ লৈ দুৱাৰ মুখত ৰৈ আছে। তাইক দেখি অবলাই হাঁহি এটা মাৰি কলে -"এইটো আপোনালৈ দিছে বাইদেউ।" পাত্ৰটো খুলি চাই আমিনাই দেখিলে দুটামান তাই ভালপোৱা মিঠাই বেগম চাহেবাই তাইলৈ দি পঠাইছে। বেগমে কিবা এটা ভাল বস্তু পালে আমিনাক সদায় মতাই নি তাৰ ভাগ দিয়ে। আজি এনেকৈ সজাই পৰাই তাইলৈ পঠাই দিয়াত তাই যেন কিবা এটা বেলেগ কথাৰ ইঙ্গিত পালে। তাইৰ দুখে বেজাৰে মোলান কৰি থকা মুখখনতো যেন অকমান হাঁহি বিবিড়ি উঠিল। আমিনাই ওচৰতে থিয় দি থকা অবলাক কলে—

"বাৰু তই এতিয়া যা"

## সপ্তবিংশ অধ্যায়

নিৰ্দ্দিষ্ট দিনত চিট্টাৰ যথাসময়ত গুৱাহাটীলৈ যাবলৈ ৰেল ষ্টেচন পালেগৈ। তেওঁক আগবঢাই থবলৈ তেওঁৰ সহকৰ্মী কেইবা গৰাকী নাৰ্চো আহিছিল। তেওঁৰ কাৰণে বিজাৰ্ভ কৰি থোৱা ৰেলৰ কম্পাৰ্টমেন্টটোৰ দুৱাৰ মুখতে বৈ মেজৰ মুকল আহি পোৱালৈকে অপেক্ষা কৰি আছিল। তেওঁ মেজৰ মুকলৰ লৈতে একেলগে যাব। অলপ পিছতে মেজৰ মুকলে লগত দুজন মেজৰ আৰু তিনিজনমান অফিচাৰ লৈ ষ্টেচন পালেহি আৰু চিট্টাৰক বৈ থকা দেখি—"গুড্‌ মৰ্ণিং চিষ্টাৰ" বুলি অভিবাদন জনালে। চিষ্টাৰেও 'গুড মৰ্ণিং' বুলি প্ৰত্যুত্তৰ দিলে। মেজৰে লগত অহা নাৰ্চ কেইগৰাকীলৈ চাই তেওঁ দেখিলে হস্পিতেলত পৰি থাকোতে পোৱা দুগৰাকীমান শুশ্ৰূষাকাৰিণীও তাৰ ভিতৰতে আছে। তেওঁ হাঁহি এটা মাৰি ক'লে— "আপোনালোক হবলা চিষ্টাৰক আগবঢাই থবলৈ আহিছে।" তেওঁলোকেও মাত্ৰ মুখেৰে একোটা হাঁহিৰে তাৰ প্ৰত্যুত্তৰ দিলে। তাৰ পিছত চিষ্টাৰক ক'লে—

"আপুনি দেখোন আপোনাৰ বস্তুকেইটা এতিয়াও গাড়ীত তোলাই নাই"— এই বুলি কোৱাৰ লগে লগে লগত যোৱা নাৰ্চকেইগৰাকীয়ে চিষ্টাৰৰ বস্তুকেইটা হাতত লৈ ৰেলৰ ডবাটোলৈ উঠি গ'ল। ৰেল যাবৰ কাৰণে সেই সময়তে গাৰ্ডে হুইছেল মাৰিলে। নাৰ্চকেইগৰাকী বস্তুকেইটা থৈ লগে লগে নামি আহিল আৰু মেজৰ মুকল গৈ ডবাত বহিলগৈ। ৰেল লাহে লাহে চলিবলৈ আৰম্ভ কৰিলে। মেজৰ আৰু চিষ্টাৰে হাত উখিয়াই আগবঢাবলৈ অহা সকলক বিদায় জনালে। মেজৰ চাইমনে মুকলক চিঞৰি ক'লে— "এইবাৰ কিন্তু একেলগেহে আহিব দেই।"

—এই কথাষাৰ আগবঢাবলৈ যোৱা অফিচাৰ আৰু নাৰ্চ

সকলৰ কাণত বাজিল আৰু স্থুখিলত মেজৰ চাইমনে ক'লে,

"এইবাৰ মুকুল তেওঁৰ বিয়াৰ বাবেহে গৈছে। বিয়াৰ দিনটো একেবাৰে ঠিক নোহোৱাৰ কাৰণে আপোনালোকক নিমন্ত্ৰণৰ কাৰ্ড দিবা নাই।"

সকলোৱে কথাটো শুনি কোৱাকুই কৰিলে চিষ্টাৰ মেহেৰে জেখেতক হস্পিতালত খুব পৰিচৰ্য্যা কৰাৰ কাৰণে বোধকৰো কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁকো বিয়াৰ বাবেহে লৈ গৈছে।

ক্ষিপ্ৰগতিত যোৱা ৰেলখন ইতিমধ্যে প্ৰায় নেদেখা হৈ গ'ল।

## অষ্টবিংশ অধ্যায়

গুৱাহাটী মুখী ৰেলত আহি থাকোতে মেজৰ মুকুল আৰু চিষ্টাৰ মেহেৰুন্নিচ্ছাৰ এৰাতি পাৰ হৈ গ'ল। কিন্তু সেই ৰাতি চিষ্টাৰৰ ভালকৈ টোপনি অহা নাছিল। তেওঁ আজি বহুত দিনৰ মূৰত ৰেলত উঠিছে, ৰেলৰ জোকাৰণিত তেওঁৰ টোপনি নহ'ল। তাতে তেওঁ এটা অনিশ্চিত সম্ভাৱনাৰ আশা বুকুত বান্ধি লৈ এই ৰেল যাত্ৰা কৰিছে। এবাৰ কথা আছে বুকুত আশা বান্ধি গৈ থকা অৱস্থাটো, গৈ পোৱাতকৈয়ো বেছি মনোৰম। চিষ্টাৰৰ মনটো এনে এটা ভাবেই যেন উদয় হৈছে। সেই কাৰণেও তেওঁৰ ৰাতি ৰৰ ভালকৈ টোপনি ধৰা নাছিল।

পিছদিনা তেওঁলোক আহি এলাহাবাদ পালেহি। তেওঁলোকৰ লগত ৰেলৰ একে কোঠাতে অহা সস্ত্ৰীক কাশ্মিৰী ব্ৰাহ্মণ এজন তাতে নামিব। সহযাত্ৰী মুকুল আৰু চিষ্টাৰৰ পৰা বিদায় লোৱাৰ সময়ত তেওঁলোকে ক'লে—

'আমি প্ৰয়াগৰ ত্ৰিবেণী সঙ্গমত স্নান কৰিবৰ কাৰণেহে আহিছিলো। এতিয়া বিদায় হে লওঁ। আপোনালোকবো শুভ

যাত্ৰা কামনা কৰিলো।" ইয়াকে কৈ দুয়ো বেলৰ পৰা নামি গ'ল। চিণ্টাৰে ত্ৰিবেণী সঙ্গমনো কি বুজি নাপাইছিল। নুকলে বুজাই ক'লে— "হিমালয় পৰ্বতৰ পৰা নামি অহা গঙ্গা আৰু যমুনাৰ লগত সৰস্বতী নামৰ নদীখনো ইয়াতে লগ লাগিছে। এই তিনিখন নদীৰ সঙ্গম স্থলকে ত্ৰিবেণী সঙ্গম বোলা হয়। হিন্দুসকলৰ ই এক বৰ পবিত্ৰ স্থান। ইয়ালৈ ভাৰতৰ আৰু ভাৰতৰ বাহিৰৰো বহুত হিন্দুলোক আহি স্নান কৰি পবিত্ৰ হোৱা বুলি ভাবে"

চিণ্টাৰে সুধিলে,— "আমিও তাত স্নান কৰিব পাৰোনে নোৱাৰো ?"

—"কিয় নোৱাৰিব ! হিন্দু সকলে পবিত্ৰ বুলি গণ্য কৰা এই গঙ্গা নদীৰ পানী পূৰ্ব পাকিস্থান, এতিয়া বাংলাদেশৰ মাজেদিও বৈ গৈ সাগৰত পৰিছে গৈ। বাংলাদেশৰ মানুহেও গঙ্গাত স্নান কৰি গঙ্গাৰ পানী খাই পৰিপুষ্ট হৈ আছে।"

সহযাত্ৰী দুজন নামি যোৱাৰ পিছত এতিয়া নুকল আৰু চিণ্টাৰে বেছি মুকলি মুৰীয়া হৈ কথা-বাৰ্ত্তা আৰম্ভ কৰিলে। চিণ্টাৰে জানিবলৈ ইচ্ছা কৰাত নুকলে তেওঁৰ ঘৰৰ কথা, মাকৰ কথা, মাকে কি কৰে, দেউতাক যে তেওঁৰ শিশুকালতে হেৰাল এই সকলো কথা সম্পূৰ্ণ ভাবে নিজৰ এজনৰ দৰে চিণ্টাৰক ক'লে। নিৰাশ্ৰয়া মাকৰ স্নেহ আৰু যত্নত দুখ কষ্টেৰে শিক্ষা-দীক্ষা লৈ ডাঙৰ দীঘল হৈ মিলিটেৰী চাকৰিত উচ্চ পদ লাভ কৰিব পৰাৰ কাৰণে নুকলক চিণ্টাৰে আন্তৰিক ভাৱে প্ৰশংসা কৰিলে। আৰু ভৱিষ্যত উন্নতিৰ কাৰণে শুভেচ্ছাও জনালে। নুকলে আজি পৰ্য্যন্ত তেওঁৰ ব্যক্তিগত জীৱনৰ কথাবিলাক এনে খোলা-খুলি ভাৱে কাকো কোৱা নাছিল আৰু তেওঁৰ জীৱনৰ সাফল্যৰ কাৰণে এনে আন্তৰিক ভাৱে তেওঁৰ মাকৰ বাহিৰে কোনেও শুভেচ্ছা জনোৱা নাছিল। আজি আকস্মিক ভাৱে চিণ্টাৰৰ মুখত এনে সম্প্ৰীতি

আৰু সদিচ্ছাৰে কোৱা কথা কেইষাৰ শুনি চিণ্টাৰৰ প্ৰতি তেওঁৰ অন্তৰত এটা সৌহাদ্যপূৰ্ণ মনোভাৱৰ সৃষ্টি হ'ল। ইয়াৰ পিছত নিৰ্বাক নিস্পন্দ ভাবে মুকলে ৰেলৰ খিৰিকিয়েদি ৰেল আলিৰ কাষৰ গছ-গছনি বিলাক পিছফালে খুব জোৰেৰে গৈ থকা চাই চাই সেই গছ-গছনি বিলাকৰ দৰেই তাৰ বিগত জীৱনৰ পাৰ হৈ যোৱা দিনবোৰলৈ মনত পেলালে। তাৰ মনটোও যেন কৰবালৈ উৰি গ'ল।

"এইয়া খাবনে" বুলি কোৱা চিণ্টাৰৰ কথাষাৰ শুনি টোপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে ঘূৰি চাই দেখিলে চিণ্টাৰে কেই চকলমান আপেল কাটি তেওঁলৈ আগবঢ়াই দিছে।

"অহ্, চৰি, থেংক ইউ।" বুলি অকণমান হাঁহি এটা মাৰি মুকলে এটুকুৰা আপেল তুলি ললে। একোটা বস্তু একোটা সময়ত বৰ তৃপ্তিদায়ক হৈ পৰে। সেই সময়ত মুকলৰ সচাকৈয়ে কিবা এটা মুখত দিবৰ মন গৈছিল। কিন্তু বাটত খাবলৈ তেওঁ একো বস্তুকে লগত অনা নাছিল। সাধাৰণতে পুৰুষসকলৰ ক'ৰ বালৈ গলে এইবোৰ কথা মনত নপৰে আৰু নেভাবেও, কিন্তু স্ত্ৰীসকল এই বিষয়ত অলপ বেলেগ আৰু সদায় সচেতন। তেওঁলোকে একেবাৰে সুদাহাতে আনৰ ওপৰত নিৰ্ভৰশীল হৈ কলৈকো নাযায়। চিণ্টাৰৰ অনুৰোধত মুকলে আৰু এটুকুৰা আপেল ল'লে আৰু তৃপ্তিৰে খালে তাকে দেখি চিণ্টাৰেও মনতে বৰ আনন্দ পালে। এইবাৰ মুকল আৰু চিণ্টাৰ মুখামুখিকৈ বহিল। মুকলে চিণ্টাৰক সুধিলে—

"মোৰ কথা সকলো আপোনাক ক'লো, এতিয়া আপোনাৰ বিষয়ে অলপ কবনে?"

কথাষাৰ শুনি চিণ্টাৰ যেন অলপ চিন্তিত হৈ পৰিল। মনত অলপ সংকোচ হ'ল, এজন ডেকা মিলিটেৰী অফিচাৰৰ আগত পাকিস্থানী সৈন্যৰ দ্বাৰা নিৰ্যাতিত হোৱাৰ কথা তেওঁ

কেনেকৈ কয়? অলপ সময় মৌন হৈ থাকি চিষ্টাৰে ক'লে "বুজিছে মেজৰ, মোৰ জীৱন কাহিনী বহুত দীঘল আৰু সংঘাটপূৰ্ণ। মোৰ দুৰ্ভগীয়া জীৱনৰ কথা শুনি আপোনাৰো হয়তো মনত বেয়া লাগিব। কিন্তু তথাপি মই কব নোৱাৰো কিয় যে আপোনাক মোৰ জীৱনৰ সকলো কথা মুকলি মনেৰে কবলৈ মন গৈছে; নাজানো কিয় মন গৈছে। মোৰ জীৱনৰ দীঘলীয়া কাহিনী কোৱাৰ আগতে আপোনাক এটা মোৰ মনৰ কথা কৈ থওঁ।"

"কওঁক চিষ্টাৰ, ময়ো কব নোৱাৰো কিয় আপোনাৰ বিষয়ে জানিবলৈ মোৰ মনটো ইমান ব্যগ্ৰ হৈ পৰিছে। সঁচাকৈয়ে চিষ্টাৰ আপোনাৰ কথা শুনিবলৈ মোৰ মনটো ব্যগ্ৰ হৈ পৰিছে।"

"আপোনাক হস্পিতালত অসুস্থ অৱস্থাত প্ৰথম লগ পোৱাৰ দিনৰ পৰাই আপোনাৰ প্ৰতি মোৰ নিজৰ সন্তানৰ দৰেই এটা মোহ সোমাইছিল। ঘটনা চক্ৰত আজি আপোনাৰ লগত সহযাত্ৰী হৈ আহি নিবলে দুয়াৰ কথা পাতিবলৈ সুবিধা পাই মোৰ মনত এটা বুজাব নোৱাৰা মধুৰ অনুভূতি জাগি উঠিছে। মই মোৰ জীৱনৰ সকলো কথাই কম, আপোনাক কমেই। কিন্তু এতিয়া এই ভ্ৰমনৰত বেলত নহয়। আপোনাৰ শুভবিবাহ আগতে সম্পন্ন হৈ যাওঁক। তেতিয়া আপোনালোক দুয়োজনৰ আগতে সকলো কম আৰু তেতিয়া মই কবলৈ বেছি ভাল পাম। মই আৰু এবছৰৰ পিছত কামৰ পৰা অব্যাহতি লন বুলি ভাবিছো, তেতিয়া মোৰ ভৱিষ্যত জীৱনৰ কথাও হয়তো ভাবিব লাগিব। আপোনালোকৰ সাহাৰ্য্যও হয়তো মোৰ প্ৰয়োজন হ'ব।"

মুকলে টপৰাই মাত লগালে—'চিষ্টাৰ আপুনি একো চিন্তা নকৰিব। আপোনাৰ যদি নিজৰ কোনো নাই, মোৰ মা আছে, তেওঁ একেবাৰে অকলশৰীয়া। মোৰ চাকৰিৰ কথা জানেই আজি ই'ত কালি ত'ত। আৰু কোন দিনা বা প্ৰাণ এৰিব

লগা হয় একমাত্ৰ আল্লাইহে জানে।"

"মেজৰ, আপুনি এনে অমঙ্গলীয়া কথাবোৰ কিয় ভাবিছে? যুদ্ধক্ষেত্ৰত মৃত্যুবৰণ কৰাটো গৌৰৱৰহে কথা। কিন্তু ভাবি চাওঁক-চোন যুদ্ধক্ষেত্ৰলৈ নাগৈ নিজৰ ঘৰতে বহি থকা তেকা গাভৰুৰেও প্ৰাণ হেৰুওৱা নাই জানো?"

"চিষ্টাৰ, মই মাত্ৰ এটা কথাহে কৈছো। আপুনি আকৌ চিৰিয়াচলি নলব। আৰু এটা কথা, কাম এৰাৰ পিছত আপোনাৰ যদি ক'তো একো থকাৰ সুবিধা নহয়, আপুনি মোৰ মাৰ লগত সদায় থাকিব পাৰিব।"

এনেতে ৰাতিৰ আহাৰৰ কাৰণে অৰ্ডাৰ ল'বলৈ এজন মানুহ আহিল।

"চিষ্টাৰ আপুনি কি খাব?"

"মোৰ সেখোন ভোক লগাই নাই।"

"নহয়, কাইলৈ যদিও পুৱা বেলাতে আমি গুৱাহাটী পোৱাৰ কথা, কিন্তু বেলৰ কথা একো কব নোৱাৰি। আপুনিও অলপ খাই লোৱা ভাল হ'ব।"

চিষ্টাৰে ক'লে, "মই তেন্তে অলপ নিৰামিষ আহাৰকে কৰিম।"

মেজৰ মুকুলে চিষ্টাৰৰ কাৰণে নিৰামিষ আৰু নিজৰ কাৰণে আমিষ আহাৰৰ অৰ্ডাৰ দিলে আৰু ৰাতিপুৱাৰ কাৰণে দুযোজনৰ বাবে চাহ বিস্কুটৰ কথাও ক'লে, অৰ্ডাৰ লৈ মানুহজন গ'লগৈ।

ৰাতিৰ আহাৰ কৰি লাইটটো জ্বলাই ৰাখি দুকালে দুটা বাৰ্থত মেজৰ আৰু চিষ্টাৰ শুবলৈ ল'লে। কিছু সময়ৰ পিছত দুয়োজনৰে অলপ টোপনি আহিল। যেতিয়া সাৰ পালে তেতিয়া দুয়োজনৰে নিজ নিজ চিন্তাত মন নিমগ্ন। বেলৰ জোকাৰণিত তেওঁলোকৰ মনৰ ভাৱ বোৰো যেন জোকাৰ খাই ইটোৰ পৰা

সিটোলৈ গতি কৰি নদীৰ বুকুৰ ঢৌৰ খলকনিৰ দৰে মনটো খলকনি উঠিছে। লাহে লাহে তেওঁলোক থকা কোঠাটো পোহৰ হৈ পৰিল। বাতিপুৱাৰ চাহ বিস্কুট ইতিমধ্যে দি গ'ল। খোলা খিৰিকিয়েদি পুৱাৰ পোহৰ আৰু মৃদু বতাহ আহি তেওঁলোকৰ গাত লাগিছেহি। দুয়োজনেই উঠি বহিল। তেতিয়া ৰেলখন আহি অসম সোমাইছিলহি। চিণ্টাৰে খুব উৎসুকতাৰে ৰেলৰ পৰাই বাহিৰলৈ চাই দুই এটা কথা মুকুলক সুধিবলৈ ধৰিলে। ৰেলৰ শব্দ আৰু জোকাৰণিত কোনো কোনো সময়ত ইজনে সিজনৰ কথা ভালকৈ ধৰিব নোৱাৰিছিল।

চিণ্টাৰ বেয়া নাপায় যদি আহক, মোৰ কাষতে বহকহি মই আপোনাক ৰেলৰ পৰা দেখা পোৱা ঠাই বিলাকৰ কথা কৈ যাম।" চিণ্টাৰে অসম এখন হাবি জংঘলেৰে পৰিপূৰ্ণ, বাট-পথ নথকা দেশ বুলিহে শুনিছিল। এতিয়া ৰেলেৰে আহি অসম দেশ পালত মেজৰক বহুত কথাই সুধিবলৈ আশা কৰি আছিল। চিণ্টাৰে তেওঁ পিন্ধি থকা শাৰীৰ আচলটো গাত সযতনে মেৰিয়াই লৈ মেজৰে কোৱামতে তেওঁৰ কাষতে বহিলহি। তেওঁ খন্তেক পিছতে দেখিবলৈ পালে এটা ৰেলৰ আলি দক্ষিণ পশ্চিম ফালে সোমাই গৈছে। সুধিলত মেজৰে ক'লে— "এইটোৱেই আছিল অসমৰ পৰা কলিকতালৈ যোৱা খুব চমু ৰেলপথ, তাৰে এটুকুৰা দেশ বিভাজনৰ পাছত পাকিস্থানৰ ভিতৰত পৰাত এই পথ এতিয়া বন্ধ হৈ পৰিল।"

"পাকিস্থান ইয়াৰ ওচৰতে নেকি?"

"হয়, আমি এতিয়া পাকিস্থানৰ (বৰ্ত্তমান বাংলাদেশ) ওচৰে দিয়েই আহিছোঁ। ইয়াৰ পৰা সেই দেশৰ সীমান্তলৈ বিশ, পঁচিশ কিলোমিটাৰ মানহে হ'ব"— বুলি মুকুলে ক'লে।

পাকিস্থানৰ কথা শুনি চিণ্টাৰৰ নিজৰ কথালৈ মনত

পৰিল। আৰু সুধিলে,— "পাকিস্থানৰ পৰা অসমলৈ এই ফালেই মানুহ বিলাক আহিছিল নেকি ?"

মেজৰে ক'লে "অসমৰ দক্ষিণ পশ্চিম অঞ্চল পাকিস্থানৰ লগত সংলগ্ন গতিকে পাকিস্থানী বৰ্ত্তমান বাংলাদেশী সকলে এই ফালেও আৰু ছিলেট আদিৰ ফালৰ পৰাও অসমত সোমাইছিলহি। এই কথা শুনি চিণ্টাৰে আৰু ঔৎসুকতাৰে সুধিলে—

"ঢাকা ইয়াৰ পৰা ওচৰতে নেকি ?"

"নহয় চিণ্টাৰ, ঢাকা ইয়াৰ পৰা বহুত দূৰত। আমি এতিয়া বাংলাদেশৰ উত্তৰ ফালেদিহে বেলেৰে আহি আছো। ঢাকা মহানগৰী বাংলাদেশৰ একেবাৰে দক্ষিণ অঞ্চলতহে।"

চিণ্টাৰে পুনৰ সুধিলে,— "ঢাকা বহুত দূৰত ?"

"হয় চিণ্টাৰ, ঢাকালৈ ইয়াৰ পৰা বহুত দূৰ।" – কথাষাৰ শুনি চিণ্টাৰৰ মনটো সেমেকি গ'ল। লুধিয়ানাৰ পৰা অসমলৈ আহোতে চিণ্টাৰে মনতে এটা ক্ষীণ আশা পুহি আহিছিল— অসমলৈ যাম যেতিয়া ঢাকালৈযো কিজানি যাব পাৰিম। তেওঁৰ জন্ম ঢাকা অঞ্চলৰ পদ্মা নদীৰ পাৰৰ এখন গাঁৱত। সেই গাঁৱৰ মুকলি আকাশ. মুকলি বতাহ আৰু মুকলি পথাৰত নাচি বাগি ডাঙৰ হোৱা ছোৱালী। তেওঁৰ মনত পৰিল একোটা সময়ত সাগৰে নদীয়ে একাকাৰ হৈ তেওঁৰ গাঁৱৰ ওচৰলৈকে দেশখন বুৰাই নিয়াৰ দৃশ্য। বাৰিষা দিনত পদ্মা নৈৰ বুকুত বান্ধি থোৱা জাহাজ বিলাকৰ দৃশ্য। সেই নদীৰ উত্তাল তৰংগৰ মাজতো সৰু সৰু নাৱৰ টিঙত ঠিয় হৈ নাৱৰীয়াই গাখীৰৰ টিনবিলাক আনি জাহাজবিলাকত তুলি দিয়াৰ দৃশ্য। সেই সময়ত পদ্মানদীৰ সিপাৰৰ পৰা 'মিল্ক এক্সপ্রেছ' নামৰ এখন বেল গাখীৰ লৈ কলিকতালৈ গৈছিল। এই জাহাজবিলাকে সেই গাখীৰ নি কলিকতা অভিমুখী বেলত তুলি দিছিল। এইদৰেই সকলোৰ বহুত কথাই

তেওঁৰ মনলৈ আহিল । নিজৰ ভাৰতে বিভোৰ হৈ ৰেলৰ খিৰিকিয়েদি বাহিৰলৈ চাই চাই গৈ আছিল । চকুৱে বহুত বস্তু দেখি থাকিলেও মনটোৰ সংযোগ নহ'লে কি বস্তু দেখিছে চকুৱে ক'ব নোৱাৰে । মনোনিবেশ নকৰা কাৰণে চিট্টাৰে বাহিৰত কি দেখি গৈছে একো ক'ব নোৱাৰে । কাষতে বহি থকা মেজৰে চিট্টাৰে কোনো মাত বোল নকৰাত তেওঁলৈ কেৰাহিকৈ কেইবাবাৰো চালে আৰু বুজিব পাৰিলে চিট্টাৰে সম্পূৰ্ণ অন্যমনস্ক হৈ মাত্ৰ বাহিৰলৈ চাই গৈছে । এইদৰে আহি থাকোতে ৰেলখন বঙিয়া জংচন পাওঁ পাওঁ হ'লহি । সেইদিনা ৰেলখন অলপ পলমকৈ চলিছে । গতিকে পোৱাত কিছু পলম হ'ব । চাহ একাপ বা কিবা এটাকে খাই লোৱা ভাল হ'ব বুলি মুকলে 'চিট্টাৰ' বুলি মাত দিলে । মুকলৰ মাত শুনি টোপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে খকুমকুকৈ উঠি কোৱাৰ দৰে ক'লে— "কি কৈছে মেজৰ ?"

'আমি গুৱাহাটী পাওঁতে কিছু পলম হ'ব । বঙিয়া জংচনতে কিবা অলপ খাই লোৱা ভাল হ'ব । ইয়াৰ পিছত গুৱাহাটী পোৱালৈকে ৰেলত চাহ খোৱাৰ সুবিধা নাই ।"

"তেন্তে আপুনি কি খায় অৰ্ডাৰ দিয়ক । মোৰ কাৰণে সুদা চাহ একাপেই হ'ব।" —বঙিয়া জংচনত ৰেলখন মাত্ৰ সাত মিনিট বয় । ৰেলখন বোৱা মাত্ৰকে মেজৰ মুকলে জাপ মাৰি যোৱাদি গৈ খোৱা বস্তুৰ পেকেট এটাৰ লগতে দুহাতে দুকাপ চাহ লৈ ৰেলত উঠিলহি । ৰেলত বহি মেজৰে খোৱা বস্তুৰ পেকেটটো খুলি অকণমান চিট্টাৰকো খাবলৈ অনুৰোধ কৰাত চিট্টাৰেও আনন্দ মনে গ্ৰহণ কৰিলে । ৰেল আকৌ চলিল । এই বাৰ মেজৰে সুধিলে— "চিট্টাৰ কথা এটা সোধো !

"কওঁক" ।

"আপুনি বাংলাদেশৰ কথাবোৰ শুনাব পাছতে একেবাৰে

অন্যমনস্ক হৈ পৰিল। মযো কিবা কবলগীয়া কথা কৈ আপোনাৰ মনত আঘাত দিলো নেকি ? কওঁকচোন চিষ্টাৰ। সচাঁকৈয়ে আপোনাৰ কি হৈছিল ?" চিষ্টাৰে লেতা হাঁহি এটা মাৰি ক'লে—

"মেজৰ আপুনি দেখিছো, মানুহৰ মনৰ কথা খুব সোনকালেই বুজিব পাৰে। সচাঁকৈয়ে ঢাকা বহুত দূৰ বুলি কোৱাত মোৰ মনটো বেয়া লাগি গৈছিল। মোৰ জন্ম ঢাকাৰে এখন গাৱত। সেই জন্মস্থান মই হযতো জীৱনত আৰু দেখিবলৈ নাপাম। আপোনালোক ভাগ্যবান কাৰণেই হয়তো নুবুজিব। স্বদেশৰ পৰা বিতাড়িত হৈ আহিবলগীয়া এজনৰ স্বদেশ আৰু স্বজাতিৰ কাৰণে কি এটা হেপাহ অন্তৰত লাগি থাকে।"

"আপুনি একেবাৰে ঠিক কথাই কৈছে চিষ্টাৰ; মই এটা কথা কওঁ শুনকচোন। মই কিছুদিনৰ আগতে দিল্লীলৈ যাওঁতে মোৰ এজন মামা চৈযদ আলীক দিল্লীত লগ পাইছিলো। তেওঁ মাত্ৰ এমাহৰ কাৰণে দিল্লীলৈ আহিছিল। তেওঁ আমেৰিকাৰ 'বষ্টন' চহৰত এটা ডাঙৰ কোম্পানীত কাম কৰে আৰু তেওঁৰ টকা পইচাৰ অভাৱ নাই। মই তেওঁক সুধিছিলো— পিছে ঘৰলৈ কেতিয়াকৈ যাব ?"

"কিনো কম ধন, কিতিক লৈ (কিতি তেওঁৰ মাৰ্কিন দেশীয় পৰিবাৰ) হে মই অকণমান অসুবিধাত পৰিছোঁ। তুমি জানাই মোৰ ঘৰ গোলাঘাটৰ নাহৰণিত। কিন্তু কিতিয়ে তালৈ যোৱাটো ভাল নাপাই আৰু তেওঁ নিজেও নাযায়। সেই কাৰণে আজি পোন্ধৰ দিন মান কুলুভেলিত কটালোঁগৈ আৰু দুদিনমানৰ পাছতে গুৱাহাটীলৈ যাম তাত এখন বিয়া আছে। সেই ছেগতে মই দিনতিয়াকৈ গৈ ঘৰখন চাই চিতি আহিম বুলি ভাবিছো। বাবা থকালৈকে ঘৰলৈ গৈ মই এভুমুকি মাৰিবই লাগিব। মাহে মাহে মই আমেৰিকাৰ পৰা পঠোৱা টকা কেইটা পাই বৰ্ত্তমান ভালকৈ

চকুৰেও নেদেখা আৰু দুৰ্বল কপি থকা হাতেৰে নিজেই এখন চিঠি লিখি মোলৈ পঠায়। তাত তেখেতে সদায় এটা কথাই লিখে— "তোমাৰ টকা পাই আছো, তুমিনো আহি কেতিয়া মোক দেখা দিবাহি। কেতিয়ানো তোমাৰ মুখখনি চাবলৈ পাম।" চিঠিখনৰ আখৰ কেইটাৰ পৰা বাবাৰ বৰ্ত্তমান শৰীৰৰ অৱস্থা কেনেকুৱা মই ধৰিব পাৰো। আৰু ওচৰত নাপালেও বাবাৰ মোৰ প্ৰতি থকা মৰমৰ কথা মই ভালকৈ বুজিব পাৰো। চকুৰে নেদেখিলেও তেওঁ মৰমেৰে মতা মাতষাৰ যেন কেতিয়াবা শুনো। এজন বিজ্ঞলোকে কৈছিল— 'Kindness is a language, which the deaf can hear and the blind can read' ধন দৌলতৰ দেশ আমেৰিকাত আধুনিক জগতৰ সকলো বস্তুকে উপভোগ কৰিও কেতিয়াবা চেৰেংকৈ মোৰ নিজৰ গাওঁখনলৈ মনত পৰে। বাঁহ-খেৰৰ মাটিৰ ঘৰতে জন্ম লৈ বোকা পানীৰ মাজতে ডাঙৰ-দীঘল হৈছিলো। কিন্তু এতিয়া আমেৰিকাৰ নাগৰিকত্বলৈয়ো লাহ-বিলাহৰ মাজত থাকিও মনত কেতিয়াবা এটা এনে প্ৰবল আকাংক্ষা জন্মে যেন উৰা মাৰি আহি বোকা পানীতে আকৌ লুতুৰি-পুতুৰি হৈ জেঠাইটি আৰু মাহীটিহঁতৰ লগত মাটিতে কাঠৰ পীৰাত বহি কভাই গুৰি পিঠা গুৰি খামহি, ঢেকীয়া শাকত কঠাল গুটিৰে বন্ধা টেঙা জোলৰ যেন জুতি লমহি। ইমান দিন আমেৰিকাৰ নাগৰিকত্বলৈ থাকিও সেইখন অন্নদাতা দেশৰ প্ৰতি মনৰ পৰা বিদেশ বিদেশ ভাব আতৰাব নোৱাৰিলো। আৰু এতিয়াও নিজৰ বুলি আকোৱালি ল'ব নোৱাৰিলো। বেজবৰুৱাই লিখি থৈ যোৱা— 'চাই লওঁ এবাৰ মুখখনি তোমাৰ হেপাহ মোৰ পলোৱা নাই" এই কথাষাৰৰ মৰ্ম সাত সাগৰ তেৰ নদীৰ সিপাৰে থাকিহে মই ভালকৈ বুজিব পাৰিছোঁ। —"সচাকৈয়ে চিন্তাৰ মামাই কোনাৰ দৰে নিজৰ দেশ আৰু জন্মভূমি ঘৰ হেপাহৰ,

ঘৰ মৰমৰ বস্তু। আপোনাৰো জন্মভূমিলৈ মনত পৰাটো সম্পূৰ্ণ স্বাভাৱিক।"

এইবাৰ চিণ্টাৱে সুধিলে— "বাংলাদেশৰ পৰা অহা মানুহ বিলাক অসমৰ কোন ঠাইত বাক বেছিকৈ আছে ?"

—"গুৱাহাটী, হোজাই, লংকা আদি ঠাইতেই বেছি সংখ্যক লোক আছে বুলি মানুহে কয়। ইয়াৰ উপৰিও বাংলাদেশৰ পৰা ঘৰ-বাৰী এৰি ভাগি আহিবলগীয়া এই দুৰ্ভগীয়া সকল অসমৰ হাবিয়ে, বননিয়ে, গাৱে ভূইয়ে ল'ভে যেনেকৈ অকণমান থাকিবলৈ সুবিধা পাইছে তাতেই সোমাই আছে, আনকি গুৱাহাটী মহানগৰীতো দিন হাজিৰা কৰি বহুত বাংলাদেশী লোক আৰু বহুত মাইকী মানুহ আৰু ছোৱালীয়ে মানুহৰ ল'ৰা ছোৱালীৰ আলপৈচান ধৰি, ঘৰ সৰা-মচা কৰি গৃহস্থীৰ ঘৰতে আছে।"

এইবিলাক কথা শুনি চিণ্টাৱে অকণমান যেন কিবা চিন্তা কৰিলে। এনেকুৱা সময়তে ৰেল চাংসাৰী ষ্টেচন পাৰহৈ গুৱাহাটীৰ ফালে আগবাঢ়িছিল। মেজৰে চিণ্টাৰক ক'লে—'চাওঁক সেই দূৰত গুৱাহাটী নগৰৰ মাজতে থকা শৰণীয়া পাহাৰৰ ওপৰত সেইটো গান্ধী মন্দপ। আপুনি মহাত্মা গান্ধীৰ নাম শুনিছে নহয় ?"

"হয়, হয়, আমি সকলে পৰাই তেখেতৰ নাম শুনিছো। ইন্দিৰা গান্ধী তেখেতৰ ছোৱালী নেকি ?"

"ইন্দিৰা তেখেতৰ নিজৰ ছোৱালী নহয়। ইন্দিৰা অন্য এটা পৰিয়ালৰ কন্যা। কিন্তু তেওঁ মহাত্মাৰ অতি মৰমৰ ছোৱালী আছিল।" খন্তেক পাছতে ৰেল আহি শৰাইঘাট দলঙৰ ওপৰত উঠিলহি। কোনো নদীৰ দলঙৰ ওপৰত উঠিলে ৰেলৰ সাধাৰণতে এটা সুকীয়া ধৰণৰ শব্দ হয়। এনেকুৱা এটা শব্দ শুনি চিণ্টাৱে বাহিৰলৈ চাই নৈখন দেখি খুব ভাল পালে আৰু বহুত দূৰলৈকে নদীখন আৰু কাষৰ সেউজীয়া পটভূমিৰ সৌন্দৰ্য্য দেখি তেওঁ বিমোহিত হ'ল। ইয়াকে

দেখি মেজৰে ক'লে—

আমাৰ দেশৰ তিনিখন ডাঙৰ নদী সিন্ধু, গঙ্গাৰ লগতে এই ব্ৰহ্মপুত্ৰও এখন। সেই দলঙৰ পৰা পৰিষ্কাৰকৈ উমানন্দ আৰু গুৱাহাটী নগৰৰ ব্ৰহ্মপুত্ৰৰ কাষত থকা এটা অঞ্চল খুব ভালকৈ দেখা যায়। মেজৰে আকৌ ক'লে— "চিষ্টাৰ নদীৰ পাৰত যে শাৰী শাৰীকৈ থকা সেই ঘৰবোৰ দেখিছে তাৰ মাজতে আমাৰো ঘৰ। আমি এতিয়া তালৈকে যাম।"

এই দৰেই কথা পাতি থাকোতেই ৰেলখন আহি কামাখ্যা ষ্টেচনত ৰ'লহি। কোনোবা এজনে ক'লে 'গুৱাহাটী ষ্টেচনৰ পৰা ৰেলখন আৰু আগুৱাবলৈ চিগ্‌নেল দিয়া নাই। ৰেলখন কিছু সময় ইয়াত থাকিব।' ৰেলৰ পৰাই পাহাৰ এটা দেখি চিষ্টাৰে সুধিলে— "সেইটো কি পাহাৰ ?"

"সেইয়া নীলাচল পাহাৰ। ইয়াতে কামাখ্যা দেৱীৰ মন্দিৰ আছে— ই এখন হিন্দুসকলৰ অতি পবিত্ৰ তীৰ্থস্থান আৰু প্ৰধান পীঠ স্থান— ইয়ালৈ গোটেই ভাৰতৰ আনকি নেপাল আদি দেশৰ লোকো দৰ্শন কৰিবলৈ আহে।"

"গুৱাহাটীখন পাহাৰ পৰ্বতেৰে ভৰা ঠাই নেকি ?"

"পাহাৰ পৰ্বতেই নহয়, গুৱাহাটীৰ ভিতৰত ডাঙৰ নদী, সৰু নদী, জান-জুৰি, ধাননি পথাৰ, বিল, সৰু ডাঙৰ পাহাৰ টিলা, পঞ্চতীৰ্থ আদিও আছে। মোৰ কৰ্ত্তব্যৰ তাগিদাত আমাৰ দেশৰ বহুতো নগৰ-চহৰ দেখাৰ সৌভাগ্য হৈছিল কিন্তু মই কোৱাৰ দৰে এই আটাইবিলাক বস্তু একে লগে থকা প্ৰাকৃতিক সৌন্দৰ্য্যৰে পৰিপূৰ্ণ গুৱাহাটীৰ দৰে নগৰ দেখা নাই। বিদেশৰ পৰ্য্যটক সকলৰ বাহিৰেও আমাৰ দেশৰ বিভিন্ন ঠাইৰ পৰা ইয়ালৈ অহা ৰাজনৈতিক নেতা, শিক্ষাবিদ, সাহিত্যিক সকলেও অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ ভূয়সী প্ৰশংসা সদায় কৰি আহিছে আৰু এতিয়াও

কৰি থাকে।”

বেল এৰিয়ালৈ আৰু অলপ সময় আছে বুলি জানি সুয়োজন বেলৰ পৰা নামিল আৰু প্লেটফৰ্মত থকা এখন চাহ দোকানৰ পৰা দুকাপ চাহ লৈ খাই থাকোতেই তাৰ পৰাই দেখিবলৈ পোৱা সকলো বস্তুৰেই এটা থুল-মূল আভাস মেজৰে চিষ্টাৰক দিলে। চিষ্টাৰেও খুব আগ্ৰহেৰে সেইবোৰ দেখি মাজে মাজে দুই এটা কথা সুধিবলৈ ধৰিলে। কিন্তু তেতিয়াও যেন বেল পুনৰ চলাৰ কোনো উম-ঘামেই নাই।

সেইদিনা দেওবাৰ আমিনাই পুত্ৰৰ ঘৰৰ পৰা আগতেই চিঠিৰ দ্বাৰা জানিব পাৰিছিল যে আহি সেইদিনাই গুৱাহাটী পাবহি। আৰু লগতে অন্য এগৰাকী মহিলাও আহিব। সেই কথা তেওঁ চাহেবা বেগমকো জনাইছিল আৰু পৰম হিতাকাংখী কাকতিকো জনাইছিল। কাকতিৰ সকলে পৰা পোৱা খবৰলৈ নিজৰ নাতিৰ দৰে এটা বিশেষ ধৰণৰ মৰম আছিল। সি অহাৰ কথা শুনি আৰু বিশেষকৈ তাৰ মুদ্ধত হোৱা দুৰ্ঘটনাৰ পিছত বৰ্ত্তমান সিনো কেনেকুৱা হৈ আছে তাকে চোৱাৰ হেপাহত তেখেত সোনকালেই আহি খানবাহাদুৰৰ ঘৰতে বহি অপেক্ষা কৰি আছিল। বেগমে চাহেবায়ো নুৰুলৰ লগত এগৰাকী মহিলা আহিব বুলি জানি তেওঁৰ ড্ৰাইভাৰৰ হাতত গাড়ীখন গুৱাহাটী ষ্টেচনলৈ পঠাই দিলে। কিন্তু নুৰুলহঁত আহি পোৱাত কিছু পলম হোৱাৰ কাৰণে তেওঁলোকৰ মনত অলপ উচ্‌পিচনি লাগিল। বিশেষকৈ বেজিনাৰ। তাই বাৰে বাৰে দেউতাকক খাটনি ধৰিছে – “বাবা, ফোন কৰি ষ্টেচনত সোধাচোন, বেল কিয় পোৱাহি নাই, এতিয়াতো প্ৰায় দুঘন্টাই পলম হৈছে। ”তাইৰ দেউতাক খুবছেদে সহজ ভাবে ক'লে – “তুমি একো চিন্তা নকৰিবা, আজি কালি বেল যেনিকৈ

পোৱা আৰু বেজিৰ্কৈ যোৱাটো এটা দৈনন্দিন কথা হৈ পৰিছে। মনো দুবাৰ ষ্টেচনলৈ ফোন কৰিছিলো। কিন্তু তাত কোনো খবৰে— খবৰেই কোনো নাই।"

কথাবাৰ শুনি বেজিনাৰ মনটো বিষণ্ণ হৈ পৰিল। তাইৰ সেইভাৱ দেউতাকৰ চকুত মণবাকৈ ৰাখাকিল। বহুত দিনৰ আগতে শুনা এটা গানৰ কলি— 'তোমাৰ অকণি পলমে— প্ৰলয় ধুমুহা— শান্ত হিয়াত মাৰেহি······ ····· ···' খুবৰ্দ্ধনৰ মনত পৰিল আৰু তেওঁ বুজিব পাৰিলে প্ৰেমাস্পদ অহাত অলপ পলম হওঁতেই তেওঁৰ পূৰ্ণ যৌৱনা জীয়েকৰ মনত কি অৱস্থা হৈছে। ইয়াকে ভাবি অলপ সান্ত্বনা দিবৰ মনেৰে ক'লে— "বাৰু দিনৰ দহ বজালৈকে চাওঁ। যদি তেতিয়াও নাপায়হি, মযো ষ্টেচনলৈ এবাৰ যাম।" দেউতাকৰ কথা শুনি বেজিনাই মনত অকণমান শান্তি পালে।

মাজে সময়ে দেওবাৰে ফিৰোজ ইছলামো আমিনাৰ ঘৰলৈ আহে। কিন্তু তেওঁক আমিনাই ঘৰৰ কোনোজনৰ সৈতে চিনাকি কৰি দিয়া নাছিল আৰু চিনাকি কৰি দিয়াৰ কোনো প্ৰয়োজনো বোধ কৰা নাছিল। কি বুলিনো চিনাকি কৰি দিব? সেইদিনাও এখন্তেক লগ পাবৰ কাৰণে ফিৰোজো আহিছিল।

এনেতে গেটৰ মূখত মটৰৰ হৰ্ণ শুনা গ'ল। ড্ৰাইভাৰে খানবাহাদুৰৰ ঘৰৰ পদুলিতে মটৰখন ৰাখি গেটখন খুলিবলৈ নামি গ'ল। গাড়ীৰ ভিতৰৰ পৰাই চিঞৰে সুধিলে—

"ঘৰৰ সন্মুখত ঠিয় হৈ থকা সেই মানুহ গৰাকী আপোনাৰ মা নেকি?"

—"হয়, সেয়া মোৰ মা।"

আৰু ফিৰোজক উদ্দেশ্য কৰি সুধিলে— "সেই পেণ্ট-চাৰ্ট পিন্ধি থিয়দি থকা মানুহজন কোন?"

"মই তেখেতক চিনি নাপাওঁ।"

মেজৰ মুকুলে আগেয়ে কোনো দিন ফিৰোজক লগ পোৱা নাই। বয়স বাঢ়ি যোৱাৰ লগে লগে সি আগৰ ফিৰোজ হৈ থকা নাই। সি যেন বয়সতকৈ বেছি বুঢ়া হৈ পৰিছে। দীঘল ডাঢ়ি-গোফ ৰাখিবলৈকো ধৰিছে। চিঠিৰে তেওঁক আঁতৰৰ পৰা ঠিককৈ ধৰিব পৰা নাই আৰু জানিবলৈ বা বুজিবলৈ চেষ্টাও কৰা নাই। কাৰণ ফিৰোজ তাত উপস্থিত থাকিব পাৰে বুলি তেওঁ কল্পনাও কৰিব পৰা নাছিল। কিন্তু ফিৰোজে তেওঁক আঁতৰৰ পৰাই চিনি পাইছে। সি চিনি নেপাব কেলেই? আজি অতবছৰে তাৰ অন্তৰ আৱৰি থকা মেহেৰৰ কথা সি কেনেকৈ পাহৰিব? খাওঁতে শোওঁতে এতিয়াও যে সি মেহেৰৰ যৌৱনৰ তেজ ৰঙা গাল দুখনি আৰু তাইৰ চকুৰ স্নিগ্ধ চাৱনি যেন দেখি থাকে। সি পাহৰিব নোৱাৰে, কেতিয়াও নোৱাৰে। সি এতিয়া ভালকৈ বুজিলে মুকুলৰ লগত অহা মহিলা গৰাকী মে-হে-ৰ।

খানবাহাদুৰৰ ঘৰত সেই সময়ত গোট খোৱা কোনো এজন মানুহকে সি চিনি নাপাই আৰু তেওঁলোকৰ কোনো জনেও তেওঁক নাজানে, এনে অৱস্থাত নিজে স্বামী হৈয়ো আগবাঢ়ি গৈ মেহেৰক আদৰি লবলৈ ফিৰোজে সাহস গোটাব নোৱাৰি খানবাহাদুৰৰ ঘৰৰ দুৱাৰ এখনৰ আঁৰ লৈ থাকি দুৱাৰৰ ফাকেদি আগন্তুক সকললৈ চাই ৰ'ল।

মুকলে 'মা' বুলি দেখুওৱাৰ লগে লগে গাড়ীৰ ভিতৰৰ পৰাই কিবা এটা সন্দেহ, কিবা এটা উৎকণ্ঠাৰে মেহৰে আমিনা লৈ চাইয়েই থাকিল। মুখখনি চিনাকি চিনাকি লাগিলেও নিঃসন্দেহে আমিনা বুলি তেওঁ চিনি পোৱা নাই। ভাবিব নোৱাৰা কথা এটা দেখিলে মানুহে নিজৰ চকুকো অবিশ্বাস বা পুৰা বিশ্বাস কৰিব নোৱাৰা অৱস্থাত পৰে। এতিয়া মেহেৰৰো সেই অৱস্থাই

হৈছে । তেওঁ আৰু স্পষ্টকৈ দেখিবলৈ বুলি শাৰীৰ আচলেৰে চকু দুটা মেলি দিলে আৰু আশা কৰিলে উন্মিলিত চকুৰে চালে কিজানি মহিলা গৰাকীক তেওঁ চিনিব পাৰিব ।

মটৰ গাড়ীখন দুৱাৰ মুখত আহি ৰ'লহি । মেজৰ মুকুল প্ৰথমেই গাড়ীৰ পৰা নামি দুৱাৰখন খুলি ধৰি চিষ্টাৰ নমালৈকে খিয়দি থাকিল । চিষ্টাৰে গাড়ীৰ ভিতৰৰ পৰাই ওচৰতে আমিনাক দেখি চিনি পাই থিৰেৰে থাকিব নোৱাৰিলে । আমিনায়ো এনে আকস্মিকভাৱে তাইৰ বান্ধৱী মেহেৰক লগ পাই তাইৰ যেন ধৈৰ্য্য হেৰাই গ'ল । আগেয়ে মুকুল ঘৰলৈ আহিলে আমিনাই আগবাঢ়ি গৈ আদৰ সাদৰ কৰি আগবঢাই আনে । কিন্তু আজি মেহেৰক দেখি নিজৰ সন্তান স্বৰূপ মুকুলৰ কথাও পাহৰি গ'ল । ইজনীয়ে সিজনীক অভাৱনীয় ভাৱে ইমান দিনৰ মূৰত লগ পোৱাত হৰ্ষ বিষাদে দুয়োজনীক অন্তৰ কপাই তুলিলে আৰু বাহ্যিক জ্ঞান শূণ্য হোৱাৰ দৰে দুয়োজনীয়ে ইজনীয়ে সিজনীক সাৱটি ধৰি ভাৱাবেগত হুৰাও বাৱে কান্দিবলৈ ধৰিলে । হঠাতে মাইকী মানুহৰ কান্দোন শুনি মুকুলৰ কাৰণে অপেক্ষা কৰি থকা ঘৰৰ ওপৰ মহলাত থকা খান বাহাদুৰৰ ভাগৰ ল'ৰা বাহাৰুল, জোৱাযেক খুৰছেদ, জীয়েক নাজিমা আদি সকলো অলপ অবাক হৈ ল'ৰালৰিকৈ তললৈ নামি আহিল । আৰু ইয়াৰ পিছতে চাহেৰা বেগমে বেজিনাৰ হাতত ধৰি খটখটিৰে অলপ উৎকণ্ঠিত হৈ নামি আহিল আৰু লগতে নামি আহিল কাকতি । মাক আমিনা আৰু চিষ্টাৰে এনেদৰে সাৱটা-সাৱটি কৰি কন্দা দেখি মেজৰ মুকুল অতি আচৰিত হৈ কাষলৈ আহি মাকক সুধিলে—

"মা, তোমালোকৰ কি হৈছে, কিয় কান্দিছা ?"

"ক'ব নোৱাৰো ধন, আজি ইমান বছৰৰ মূৰত তোৰ 'মাক' লগ পাই মোৰ কি হৈছে ।"

এইবাৰ আৰু আচৰিত হৈ মুকুলে পুনৰ সুধিলে—

"মোৰ 'মা' মানে ?

ইতিমধ্যে ঘৰৰ সকলোবোৰ আহি সেই ঠাইত উপস্থিত হৈছিলহি ।

আমিনাই ধনৰ হাত এখনত ধৰি মেহেৰৰ হাতত লগাই ক'লে— "এওঁৱেই তোৰ আচল মা"

—"তেন্তে তুমি" বুলি নুৰুলে আমিনাৰ মুখলৈ চাওঁতেই আদিৰ পৰা সকলো কথা শুনা বয়োজ্যেষ্ঠ কাকতি তেওঁলোকৰ নিচেই ওচৰলৈ আগবাঢ়ি আহি উৎফুল্ল মনেৰে নুৰুলৰ প্ৰশ্নৰ উত্তৰ তেৱেঁই দি ক'লে -

"ধন, অন্নদাত্ৰী মাতৃ আৰু জন্মদাত্ৰী মাতৃ দুয়ো সমান । গঙ্গা যমুনাৰ সম্মিলিত জলধাৰাৰে ভাৰত ভূমি পবিত্ৰ হোৱাৰ দৰে গঙ্গা যমুনা সদৃশ তোমাৰ এই দুই মাতৃৰ স্নেহ পৰশত তুমি পবিত্ৰ হোৱা । তুমিও জ্যোতিস্মান হোৱা ।" ককাক কাকতিৰ কথা শুনি মেজৰ নুৰুলৰ সৈনিকৰ শক্তি আৰু মনোবল যেন খন্তেকতে হেৰাই গ'ল । মূৰৰ পিন্ধি থকা টুপিটো খুলি লেতু-সেতু হৈ কেঁচুৱা ল'ৰাই মাকৰ কাষলৈ আশ্ৰয় বিচাৰি অহাৰ দৰে নুৰুলেও করুণ কাতৰ মাতেৰে 'মা' বুলি চিঞৰি মেহেৰক সাৱটি ধৰিলে। মেহেৰেও খন্তেকৰ কাৰণে সকলো পাহৰি গ'ল । হেৰাই যোৱা পুতেক নুৰুলক পাই কোলাৰ কেঁচুৱাৰ দৰে বুকুত সাৱটি ধৰি তাক গালে মুখে চুমা খাবলৈ ধৰিলে । দুৱাৰৰ ফাকেদি এই সকলো দেখি থকা ফিৰোজ আৰু থিৰেৰে থাকিব নোৱাৰা হ'ল। তাৰ মনটো ছটফটাবলৈ ধৰিলে কিন্তু তথাপি ইমান বিলাক অচিনাকি মানুহৰ আগত আৰু বিশেষকৈ আমিনাৰ প্ৰতি থকা তাৰ দুৰ্বলতাৰ কাৰণেই এতিয়া তাইৰ সন্মুখত মেহেৰক আদৰি লবলৈ মানসিক প্ৰস্তুতি গোটাব নোৱাৰি সি উৎকণ্ঠা আৰু উদ্বিগ্নতাৰে থিয় হৈ থকা ঠাইতে থিয় হৈয়ে থাকি মনলৈ স্থিৰতা

আনিবৰ কাৰণে মুখৰ ভিতৰতে বাৰে বাৰে খোদাৰ নাম লবলৈ ধৰিলে— "লা-ইলাহা-ইল্লালাহু ·· ··

চাঙেৰা বেগমক আদি কৰি সেই ঠাইত উপস্থিত থকা সকলোৱে মাতৃ আৰু পুত্ৰৰ এই আকস্মিক মিলনৰ মধুময় দৃশ্য দেখি অভিভূত হৈ পৰিল, লগতে কাকতিও। বয়োবৃদ্ধ কাকতিৰ পকা খেকেৰা যেন উজ্জ্বল মুখখনি আৰু অলপ উজ্জ্বল হৈ পৰিল আৰু তেওঁৰ মুখৰ পৰাই স্বতঃস্ফূৰ্তভাৱে ওলাই গ'ল—

"পৃথিবীত মাতৃৰ সমান কোনো নাই, মাতৃৰ সমান পৃথিবীত কোনো নাই, কোনো হ'ব নোৱাৰে।"

এনেকুৱা এটা আনন্দৰ ক্ষণত ফিৰোজ ওলাই নহাত সি আঁৰ লৈ লুকাই থকা দুৱাৰখনৰ কাষলৈ গৈ আমিনাই মাত লগালে—

"ওলাই আহা ফিৰোজ, সংকোচ নকৰিবা। খোদা আজি মেহেৰবান! তেওঁ নিজেই তোমাৰ হেৰাই যোৱা অমূল্য ৰত্ন, তোমাৰ ওচৰলৈ পঠাই দিছে। আহা ফিৰোজ ওলাই আহা দুইটিকে আদৰি লোৱাহি।" বুলি আমিনাই ফিৰোজক হাতত ধৰি অনাৰ দৰেই উলিয়াই আনি মেহেৰৰ ওচৰ পোৱালে। তেওঁলোক দুয়ো দুয়োকে অপলক দৃষ্টিৰে চাই থাকিল। খন্তেক পিছতে ফিৰোজক আমিনাই ধনৰ কাষলৈ লৈ অজ্ঞাত সুদৰ্শন ডেকা ধনক দেখি ফিৰোজ তন্ময় হৈ পৰিল। ধনেও কেতিয়াও নেদেখা নুশুনা এই মানুহজনে তাৰ মুখলৈ সেইদৰে চোৱা দেখি সিও খুব উৎকণ্ঠাৰে ফিৰোজৰ মুখলৈ চাবলৈ ধৰিলে আৰু কোনো মাত বোল নোহোৱাকৈ মন্ত্ৰ মুগ্ধৰ দৰে ইজনে সিজনলৈ চাই ৰ'ল। ইয়াকে দেখি আমিনাই ধনৰ হাত এখন ফিৰোজৰ হাতত দি ক'লে—

"ধন, মই যে তোমাক কৈছিলো এৱেই তোমাৰ বাবা ফিৰোজ। এবাৰ বাবাজান বুলি মাতা।"

এই কথা কোৱাৰ লগে লগে ফিৰোজে ধনক সাৱট মাৰি ধৰিলে আৰু ধনেও 'বাবা জান' বুলি ফিৰোজৰ বুকুত সোমাই সাৱটি ধৰিলে। লাহে লাহে সেই বন্ধন দৃঢৰ পৰা দৃঢতৰ হৈ পৰিল। যেন দুয়ো সম্পূৰ্ণৰূপে এক হৈ যাব, কোনো জনৰ মুখত এষাৰো মাত নোলাল। মাত ওলাব কেনেকৈ? সুখ দুখ আনন্দ আৰু নিৰানন্দৰ সূক্ষ্ম অনুভূতিয়ে তেতিয়া যে দুয়োটিৰে অন্তৰ সম্পূৰ্ণৰূপে আগুৰি ধৰিছে— হোৱেৰ ডি হাৰ্ট ইজ ফুল, ওৱৰ্ড্‌ছ আৰ ফিউ।' বোলা কথাষাৰ সকলোৱে অন্তৰেৰে অনুভৱ কৰিলে।

অপত্য স্নেহৰ এই মুক্ত প্ৰকাশে তাত উপস্থিত থকা সকলোৰে মন মুগ্ধ কৰি পেলালে, সকলোৰে মুখ আনন্দেৰে উজলি উঠিল। আৰু আমিনাৰ!

কেচুৱা কালৰ পৰা বুকুত বান্ধি তুলি-তালি ডাঙৰ দীঘল কৰি আজি ফিৰোজ আৰু মেহেৰুনিচ্ছাৰ হাতত ধনক শোধাই দিবলৈ পাই আমিনাৰ দুগালেদি বৈ আহিল—

এক অনাবিল আনন্দৰ দুধাৰী চকুলো।

॥ সমাপ্ত ॥